


নীলিম কুমাৰৰ

৮ খন

প্ৰেমৰ উপন্যাস

nilim kumārar 8 khan premar upanyās

A collection of 8 novel
written by Nilim kumar in Assamese
& published by G C Nath on behalf of AANK-BAAK
3/Bye lane No 5, Natun Saraniya,
Gandhibasti, Guwahati-781 003, Assam,
Phone +91 98641 22631
e-mail aankbaak@yahoo com,
gcnath31@gmail.com

---

প্ৰথম প্ৰকাশ : মাৰ্চ, ২০১০

অংগসজ্জা : পংকজ পৰাশ

অন্তৰ্ভাগৰ অলংকৰণ : প্ৰদীপ নাথ

আঁক-বাক, ৩/ উপ-পথ নং ৫, নতুন শৰণীয়া, গান্ধীবস্তি,
গুৱাহাটী-৭৮১ ০০৩ৰ হৈ গণেশ চন্দ্ৰ নাথৰ দ্বাৰা প্ৰকাশিত
আৰু এক্সপ'জাৰ, চানমাৰি, গুৱাহাটীত মুদ্ৰিত।

দাম : এশ দহ টকা

## কৃতজ্ঞতা

অনিল বৰুৱা
শোণিত বিজয় দাস
অনুৰাধা শৰ্মা পূজাৰী
ধৈৰ্য হাজৰিকা
অনুপম চক্ৰৱৰ্তী
ৰঞ্জন কুমাৰ বেগন
সৌৰভ কুমাৰ ক্ষত্ৰিয়
গীতালি বৰা

# কৈফিয়ৎ

কবিতা লিখা মানুহ এজনৰ জীৱনক কবিতাই যিমানখিনি আক্ৰান্ত কৰি থাকে তাতকৈ বহু গুণে বেছি আক্ৰান্ত ৰাখে গদ্যই। জীৱনত কবিতাতকৈ গদ্যই বেছি। মোৰ বেছিভাগ কবিতাৰেই আত্মা— গদ্য। কবিতাৰ শৰীৰেৰে মই সেইবোৰক গদ্যৰ পৰা মুক্তিৰ পথলৈ লৈ যাব খোজোঁ। সেয়ে মোৰ কবিতাত কবিতা নাই। আৰু মোৰ গদ্যতো গদ্য নাই।

এই সংকলনত সন্নিবিষ্ট এই সৰু সৰু উপন্যাসৰ কেইখনমান সম্পূৰ্ণৰূপে কবিতাৰ আংগীক— যিবোৰক কাব্য উপন্যাস বুলি কোৱা হৈছে। আৰু যিকেইখন কাব্য উপন্যাস বুলি চিহ্নিত হোৱা নাই, সেইবোৰো কবিতাৰ পৰা পৃথক

নহয়। সেইবোৰত কবিতা-গদ্য একাকাৰ হৈ আছে। উপন্যাসৰ চিৰাচৰিত চৰিত্ৰ এইবোৰত নিশ্চিতভাৱেই অনুপস্থিত। পাঠকসকলেও তেনে এক মনোভংগীৰেই এইবোৰ পঢ়িব লাগিব।

স্বীকাৰ কৰিবই লাগিব যে এই উপন্যাসকেইখন লিখা হৈছিল বাতৰি কাকতসমূহৰ সম্পাদকসকলৰ তাগিদাতহে। বিহু আৰু দুৰ্গাপূজা উপলক্ষে অসমৰ বাতৰি কাকত প্ৰতিষ্ঠানসমূহৰ বিশেষ আলোচনী উলিওৱাৰ যি পৰম্পৰা আছে, সেই পৰম্পৰাতে হাত উজান দি লিখা হৈছিল এইবোৰ। সেয়ে তাৎক্ষণিক ৰচনাৰ ত্ৰুটি-বিচ্যুতি ইয়াত স্বাভাৱিকভাৱেই বিৰাজমান।

মননশীল প্ৰকাশক **আঁক-বাক**-এ উপন্যাসকেইখনি একত্ৰে প্ৰকাশ কৰিবলৈ ওলোৱাত আনন্দিত হোৱাৰ লগতে সংকোচবোধ কৰিছোঁ এইবাবেই যে যদি পাঠকসকলে মোৰ 'কবি' বিশেষণৰ লগত আৰু এটি বিশেষণ যোগ দি ক'বলৈ আৰম্ভ কৰে— 'কবি-ঔপন্যাসিক' বুলি, প্ৰিয় পাঠক, তেনে নহ'লেই মই ভাল পাম।

**নীলিম কুমাৰ**

# সূচীপত্ৰ

## এক

নগৰখনে এইখিনিতে এটা সুৰংগৰ আকৃতি লৈছে। ওখ ওখ অট্টালিকাবোৰে নগৰখনৰ এই আটাইতকৈ জনবহুল, প্ৰাচীন অংশখিনি যাক নগৰখনৰ হৃদয় বুলি কোৱা হয়, চেপি ধৰিছে। সেয়ে ৰাস্তাটো হৈ পৰিছে ঠেক। ৰাস্তাটোৰ দুয়োপাৰে দুপাৰি ফুটপাথ। ফুটপাথৰ তলেৰে জলমগ্ন দুটা নলা। যদিও মেনহ'ল অবিহনে সেই নলা দুটাৰ অস্তিত্ব বাটৰুৱাৰ দৃষ্টিগোচৰ নহয়।

ৰাস্তাৰ দুয়োকাষে অট্টালিকাবোৰ ওখ ওখ হোৱা কাৰণে আকাশখন প্ৰায় নেদেখা হৈ পৰিছে। ৰাস্তাটোৰ ঠিক ওপৰত এডোখৰ মাত্ৰ আয়তাকাৰ আকাশ ওলমি আছে। নগৰখনৰ এই জ্যামিতিক ঘৰ-দুৱাৰ, ফ্লেট, এণ্টেনাৰ মাজত আকাশখনো হৈ পৰিছে এক জ্যামিতিক বস্তু। নীলা আয়তাকাৰ এটা ক্ষেত্ৰ।

এডাল সৰলৰেখাৰ দৰে ৰাস্তাটো চিধা, পোন। কাষৰ ফুটপাথ দুপাৰিও দুডাল সৰলৰেখাৰ দৰে আগুৱাই গৈছে। চকুৰে মণিব পৰা দূৰত্বলৈ ৰাস্তাটোও এটা দীঘল আয়তক্ষেত্ৰলৈ ৰূপান্তৰিত হৈছে। সেই আয়তক্ষেত্ৰটোৰ মাজত এটা অজ্যামিতিক অবয়ব। অবয়বটো বৈ থকা নাই। অবয়বটোৰ এটা গতি আছে। এই গতি সৰলৰৈখিক বুলি ক'ব নোৱাৰি। অজ্যামিতিক অবয়বৰ অজ্যামিতিক গতি।

সেই অজ্যামিতিক গতি যিয়ে কঢ়িয়াই ফুৰিছে, সেইজনে মই। গতিৰ বাহিৰে মোৰ কোনো গতি নাই। মই গৈ আছোঁ। মোৰ কান্ধত কেনভাছৰ বেগ এটা ওলমি আছে। ক'লা কেনভাছেৰে মই নিজেই সেই বেগটো লৈছিলো। তাৰ ভিতৰত আছে কেইডালমান সৰু-ডাঙৰ ব্ৰাছ। কেইটামান ৰঙৰ টিউব। কেইখিলামান শোটোৰা-শোটোৰ উকা কাগজ, দুডালমান কাঠ পেঞ্চিল আৰু স্কেচ্চ্‌পে'ন।

মোৰ গতিৰ স'তে বেগখনো দুলিছে। বেগখনৰ স'তে ব্ৰাছ দুলিছে। ৰং দুলিছে। কাগজ দুলিছে। পেঞ্চিল দুলিছে। স্কেচ্চ্‌পে'ন দুলিছে আৰু বেগখনৰ ভিতৰত ক'লা কেনভাছৰ আন্ধাৰত এখন ছবিৰ ভাবনা দুলিছে।

ছবি, মানে পেইণ্টিং।

মানুহে মোৰ পেইণ্টিং আৰ্ট গেলেৰীত দেখিছেনে নাই নাজানো। মোৰ কোনো পেইণ্টিঙৰ আলোকচিত্ৰ বাতৰি কাকতত ওলাইছেনে নাই বা সেইবোৰ কোনোবাই দেখিছেনে নাই, মই নাজানো। তাকে লৈ মই মূৰ ঘমোৱা নাই। মই কেৱল আঁকি গৈছোঁ।

কেনভাছত আঁকিছোঁ
কাগজত আঁকিছোঁ
দেৱালত আঁকিছোঁ
বালিত আঁকিছোঁ
নিজৰ শৰীৰত আঁকিছোঁ
হাতত ভৰিত পেটত আঁকিছোঁ
নাৰীৰ শৰীৰত আঁকিছোঁ
হাতত ভৰিত পেটত মুখত স্তনত
মই কেৱল আঁকি গৈছোঁ নিজস্ব চিত্ৰ ভাবনাৰে
মই কেৱল গৈ আছোঁ মোৰ নিজৰ গতিৰে

ভৰ দুপৰীয়া। জেঠমহীয়া টান ৰ'দ। ৰ'দত নগৰখন শুকাই তাম বৰণীয়া হৈছে। ৰ'দৰ তাপত ঘামি ঘামি মোৰ জোল বৈছে। মোৰ গেঞ্জিটোৰ তলেৰে তপত ঘামৰ এটা স্ৰোত বৈ যোৱা মই স্পষ্টকৈ অনুভৱ কৰিছোঁ। গছৰ পাত এটা লৰিবৰ বাবে নগৰখনৰ এই ডোখৰত কোনো গছ নায়েই। ওখ ওখ ঘৰবোৰৰ কংক্ৰীট পৰিচ্ছদ পাৰ হৈ বতাহ আহিব পৰা নাই এই সুৰংগৰ ভিতৰলৈ। আয়তাকাৰ আকাশখনত দাঁত নিকটাই থকা বেলিটোক বৰ বৰ্বৰ হৈ উঠা যেন লাগিছে।

এনেকুৱা এটা বেলিৰ কাৰণেই— চৰিত্ৰটোৰ নামটো মনত নাই, আলবেৰ্'ৰ ক্যেম্যুৰ 'আউট্‌ছাইডাৰ'জনে সাগৰৰ পাৰত এজন মানুহক গুলীয়াই হত্যা কৰিছিল। যদিও তাৰ লগত এজনী গাৰ্লফ্ৰে'ণ্ড আছিল, তথাপি মানুহজনৰ ওপৰত অনাহকতে তাৰ প্ৰচণ্ড এটা খং উঠিছিল। ৰ'দে তাৰ খং তুলি আনিছিল। সেইদিনাও আছিল সাংঘাতিক ৰ'দ। আৰু সঁচা কথা ক'বলৈ হ'লে ৰ'দৰ কাৰণেই সেই 'আউট্‌ছাইডাৰ'জনে মানুহজনক

গুলীয়াই দিলে। আদালতত যেতিয়া তাক সোধা হ'ল হত্যাৰ কাৰণ— সি মাথোঁ ক'লে, 'ৰ'দৰ কাৰণেই মাৰিলো নেকি।' তাৰ নিৰ্বিকাৰ আৰু অকপট স্বীকাৰোক্তি আদালতে বিশ্বাস নকৰিলে।

মোৰ সৰ্বাংগত মই অনুভৱ কৰিলো সেই 'আউট্‌ছাইডাৰ'জনক হত্যাকাৰী সজোৱা সেই ৰ'দজাক। সেই ৰ'দজাকে মোকো পুৰিবলৈ ধৰিলে। মই বেগাই বেগাই খোজ দিবলৈ ধৰিলো। মই লক্ষ্য কৰিলো, মোৰ পিছপিনে মোৰ সমবয়সীয়া এজন যুৱক আহি আছে। এনে লাগিছে যেন যুৱকজনে মোক অনুসৰণ কৰিছে।

যদি যুৱকজনে মোক অনুসৰণ কৰিছে— মোৰ পৰা পাবলগা তেওঁৰ একো নাই। মোৰ হাতত তেওঁ কি এনে বস্তু দেখিছে যে তেওঁ মোক অনুসৰণ কৰিব? নে মোৰ এই কান্ধৰ বেগটোৰ বাবে অনুসৰণ কৰিছে! যদি তেওঁ এই বেগটো লাভ কৰেও, তেওঁ নিজেই হতাশ হৈ পৰিব। যেতিয়া সি বেগৰ বস্তুবোৰ উলিয়াই আনি চাব— সি ভোৰভোৰাই 'ধুৰ্ চালা অপদাৰ্থ এটা, এইবোৰ কি কঢ়িয়াই ফুৰিছে!' বুলি মোকেই গালি দিব।

নে সি ক্যেম্যুৰ সেই 'আউট্‌ছাইডাৰ'জনেই। এই ৰ'দত তাৰো অনাহকতে মোৰ ওপৰত খং উঠিছে। যদি সি মোক হত্যা কৰে? আদালতে বিশ্বাস নকৰিলেও মইতো বিশ্বাস কৰিব লাগিব যে সি ৰ'দৰ কাৰণেই মোক হত্যা কৰিব পাৰে।

দুশ্চিন্তাটো মূৰত সোমোৱাৰ লগে লগে মই ৰাস্তাৰ পৰা গৈ ফুটপাথটোত উঠিলো। আচৰিত কথা— সিও ফুটপাথটোত উঠিল। মোৰ সন্দেহ ঘনীভূত হৈ আহিবলৈ ধৰিলে। মই বেগাই যাবলৈ ধৰিলো। মই অনুমান কৰিলো, যুৱকজনেও তাৰ খোজৰ গতি বঢ়াই দিছে।

ফুটপাথটো হঠাতে ইয়াতে ঘূৰিল। আচলতে ফুটপাথটো ঘূৰা নাই। নলাটো ঘূৰিছে কাৰণে ফুটপাথটো ঘূৰিবলগা হ'ল। দেখিলো ফুটপাথৰ কৰ্ণাৰটোত এখন পাণ দোকান আহি বহি আছে। মই দোকানখনৰ সমুখত থিয় হ'লো। দোকানীয়ে মোৰ মুখৰপিনে চালে।

মই ক'লো, 'এটা চাৰমিনাৰ।'

চাৰমিনাৰৰ হালধীয়া পেকেটটোৰ পৰা দোকানীজনে মোৰ হাতত ধকধকীয়া বগা চাৰমিনাৰ এটা তুলি দিলে। মই যিমান পাৰি মন্থৰ গতিৰে মোৰ হাতত খুচুৰা পইচা থকা সত্ত্বেও পাঁচটকীয়া নোট এখন আগবঢ়াই দিলো। মই অযথা বিলম্বৰ এক প্ৰস্তুতি কৰিলো— যাতে মোক অনুসৰণ কৰা মানুহজন মোক পাৰ হৈ আগুৱাই যায়।

কিন্তু মই দেখিলো— মানুহজনো আহি পাণ দোকানখনৰ সমুখত ৰ'ল। মানুহজনে দোকানীক উদ্দেশ্যি মোৰ হাতৰ চিগাৰেটৰ ব্ৰেণ্ডটোলৈ ইংগিত কৰি মাথোঁ উচ্চাৰণ কৰিলে :

—'চিগাৰেট।'

—'কেইটা দিম?' দোকানীয়ে সুধিলে।

—'দিয়া যিমান ইচ্ছা।' মানুহজনে ক'লে।

দোকানীজন অলপ আচৰিত হ'ল। কিন্তু বেছি নাভাবি তেওঁ চাৰমিনাৰৰ হালধীয়া পেকেট এটা মানুহজনলৈ আগবঢ়াই দিলে। মানুহজনে পেকেটটো খুলি তাৰ পৰা চিগাৰেট এটা ওঁঠত চেপি ধৰি সেইটো জ্বলাবৰ বাবে দিয়াচলাইটো বিচাৰিলে।

ঠিক সেই সময়ত দিয়াচলাইৰ কাঠী এটা মোৰ হাতত জ্বলি উঠিছিল মোৰ ওঁঠৰ চিগাৰেটটোত অগ্নি সংযোগ কৰিবৰ বাবে। মোৰ চিগাৰেটটো জ্বলাই, জ্বলা কাঠীটো মানুহজনৰ ওঁঠৰ চিগাৰেটটোৰ সমুখত ধৰিলো। মোক অনুসৰণ কৰা মানুহজনে মোক সঁহাৰি জনালে— তেওঁ দীঘলকৈ হোপা এটা মাৰি এমুখ ধোঁৱাৰে মুখখন ফুলাই দিলে। ধোঁৱাখিনি এৰি দিয়াৰ লগে লগে মই তেওঁক ক'লো—

'আপোনাক চিনাকি চিনাকি যেন লাগিছে। ক'ত বাক লগ পাইছিলো আপোনাক?'

'মই ইয়াত নাথাকো। মই থাকোঁ ডিফুত, কাৰ্বি আংলঙত। মাজে মাজে ইয়ালৈ আহি থাকোঁ। নগৰখনৰ এই সুৰংগৰ মাজেৰে এনেয়ে ঘূৰি ফুৰোঁ। দুদিনমান হোটেল এখনত থাকি উভতি যাওঁ, আপোনাক লগ পোৱা মোৰ মনত নপৰে।'

নিৰুদ্বেগভাৱে মানুহজনে ক'লে।

কথা পতাৰ এটা চেলু বিচাৰিহে মই তেওঁক তেনেকৈ কৈছিলো। আচলতে ময়ো তেওঁক ইয়াৰ আগতে ক'তো দেখা নাছিলো। ভালকৈ লক্ষ্য কৰিলো— মানুহজন মোৰ সমবয়সীয়া। পিন্ধন-উৰণ পৰিপাটি। চকু দুটা বুদ্ধিদীপ্ত, উজ্জ্বল। কিন্তু কিবা কাৰণত তেওঁ যেন ভিতৰি ভিতৰি অস্থিৰ, এনে অনুমান হ'ল।

দোকানীজনেও আমাৰ কথা-বতৰা শুনিছিল বোধহয়! সেয়ে ইমান সময়ৰ মূৰতহে দোকানীজনে মোৰ টকা পাঁচটা ঘূৰাই দি ক'লে— 'দাদা, খুচুৰা দিয়কনা।'

মানুহজনে দোকানীজনলৈ লক্ষ্য কৰি ক'লে— 'মই দিছিলো নহয় দহ টকা, তাৰ পৰাই ৰাখা।'

মই 'না-না নালাগে-নালাগে' কৰি থাকিলো। মানুহজনে 'একো নহয় দিয়ক, একো নহয় দিয়ক', কৰি থাকিল। আৰু দোকানীজনে মিচিকিয়াই হাঁহি নিজৰ প্ৰাপ্যখিনি টকা দহটাৰ পৰা লৈ বাকীখিনি মানুহজনক ওভোতাই দিলে।

চাৰমিনাৰটোৱে আমাৰ বন্ধুত্ব গাঢ় কৰাৰ এটা ভূমিকা পালন কৰিলে। মই 'থেংক ইউ' বুলি কৈ মানুহজনৰ সৈতে কৰমৰ্দন কৰি সুধিলো—

'মুঝ সে দোস্তী কৰোঁগে?'

মানুহজনে একো নামাতিলে। মোৰ হাতখনত ধৰি ফুটপাথেৰে আগুৱাই গ'ল। তেওঁৰ আপোন ভাবত মই টান খালো। তেওঁৰ খোজৰ স'তে ময়ো খোজ মিলালো সমান্তৰালভাৱে।

মই নিশ্চিত হ'লো যে মানুহজনে মোক অনুসৰণ কৰা নাছিল। মানুহজন 'আউটচ্ছাইডাৰ' নহয়। তেওঁ মোক হত্যা নকৰে। মই নিৰ্ভয়ে মানুহজনৰ স'তে বন্ধুত্ব গঢ়িব পাৰোঁ।

জ্যামিতিক নগৰখনৰ মাজেৰে আমি দুয়ো আগবাঢ়িবলৈ ধৰিলো। আমাৰ কাৰো নিৰ্দিষ্ট লক্ষ্য নাই। দুটা অজ্যামিতিক অবয়ব জ্যামিতিৰ মাজেৰে গৈ আছোঁ। অবয়ব?

আমি কেৱল অবয়ব?

আমি অবয়বৰ পৰা উৰ্দ্ধত নহয়?

আমি অবযব নহৈ কি হ'ব পাৰিলোহেঁতেন?

## দুই

—আপোনাৰ নামটো?

—তথাগত।

—তথাগত কি লিখে? উপাধিটো?

—নাই, কোনো উপাধি নাই, তথাগতই। আগতে উপাধি এটা আছিল। এতিয়া উপাধিটো ত্যাগ কৰিছোঁ। এইটো নাম দেউতাই দিয়া নহয়। দেউতাই দিয়া নামটো বেলেগ আছিল। এইটো মই নিজে লোৱা নাম। কিয়, নিজে নিজৰ নামকৰণ কৰিব নোৱাৰি নেকি?

—কিয় নোৱাৰিব, পাৰি। আপোনাৰ নামটো ভাল। 'তথাগত' মানে বুদ্ধ নহয় জানো?

—হয়, বুদ্ধ। বুদ্ধ মোৰ প্ৰিয় চৰিত্ৰ। সেয়ে সেই নামটোকে ল'লো। বুদ্ধৰোতো কোনো উপাধি নাছিল। বুদ্ধয়ো দেউতাকে দিয়া নামটো ত্যাগ কৰিছিল। অৱশ্যে মই বুদ্ধৰ এটা নখৰ সমানো নহয়। কাৰণ বুদ্ধৰ দৰে মই কোনো দীপলিপ নাৰীক শোৱাপাটীত এৰি থৈ মনে মনে গুচি অহা নাই।

প্ৰথম চিনাকিতে এনেবোৰ অসংলগ্ন কথা মোৰ মুখৰ পৰা ওলোৱাত সামান্য, লজ্জিত হ'লো। মই মানুহজনৰ হাত এখনত খামুচি ধৰি ক'লো,

—ক্ষমা কৰিব, কথাবোৰ কিবা বেলেগ পিনেহে যাবলৈ ধৰিছে। মই আচলতে এইবোৰ কথা ক'ব খোজা নাছিলো। স্লিপ অৱ টাং, বেয়া নাপাব।

মানুহজনে, মানে প্ৰজ্ঞান মেধিয়েও মোৰ হাতখনত জোৰেৰে চেপি ধৰি ক'লে— 'নাই, নাই, বেয়া পোৱাৰ প্ৰশ্নই নুঠে। ভালহে লাগিছে আপোনাৰ কথাবোৰ শুনি।. আপুনি কিবা কাম কৰে নেকি?'

—হয়, মই পৃথিৱীৰ আটাইতকৈ অদৰকাৰী কামটো কৰোঁ। মই ছবি আকোঁ। সাধাৰণতে পেইণ্টিং। মানুহৰ বাবেই ছবি আকোঁ। মানুহকে আকোঁ। কিন্তু মানুহে মোৰ ছবি বুজি নাপায়। ই এক ৰহস্যজনক কথা। ছবিৰ স'তে মানুহৰ জীৱনৰ সম্পৰ্ক নোহোৱা হৈ গৈছে।

আমাৰ গতিত খন্তেক যতি পৰিল। ফুটপাথটো শেষ। ফুটপাথটোক

দুফাল কৰি অনা এটা ৰাস্তা পাৰ হৈ গৈছে। ৰাস্তাটোৰ সিপাৰে আনফাল ফুটপাথ বিচ্ছেদৰ দুখত পৰি আছে। এডাল সৰলৰেখাই আন এডাল সৰলৰেখাক ছেদ কৰিলে চাৰিডাল সৰলৰেখা সৃষ্টি হোৱাৰ দৰে হঠাতে ৰাস্তাটো এটা চাৰিআলি হৈ পৰিল। চাৰিআলিটোৰ সোঁমাজৰ ট্ৰেফিক পইণ্ট্টোত বগা ইউনিফৰ্ম পিন্ধাটোৱে চাবি দিয়া পুতলাৰ দৰে হাত দুখন এবাৰ দাঙিছে, এবাৰ নমাইছে। পুতলাটোৱে তাৰ নাকৰ ওপৰত থূপ খোৱা ঘামৰ টোপালকেইটা মচিবলৈ সুৰুঙা পোৱা নাই।

—'কোন ফালে যাব?' প্ৰজ্ঞান মেধিয়ে সুধিলে।

—ব'লক, সোঁফালে যাওঁ। সেইপিনে অলপ মুকলি।

—ব'লক।

দুয়ো সোঁপিনৰ ফুটপাথটোৰে আগুৱাবলৈ ধৰিলোঁ। এইপিনে ৰাস্তাটো সামান্য বহল। ওখ ওখ অট্টালিকা আছে যদিও পাতল পাতলকৈ আছে। প্ৰণয়াবিষ্ট স্ত্ৰী-পুৰুষৰ দৰে গাতে গা লগাই থকা নাই।

'চাহ একাপ খাব নেকি? সেইখন চাহ দোকান।'

প্ৰজ্ঞান মেধিয়ে এখন দোকানলৈ আঙুলিয়াই ক'লে।

'অ' সেইখন? ৰমেশৰ চাহ দোকান। মোৰে লগৰ আছিল সি, একেলগে স্কুলত পঢ়া। মই তাত বাকী খাওঁ। আহক, ৰমেশ বৰ ভাল ল'ৰা, চিনাকি হৈ ভাল লাগিব।' মই ক'লোঁ।

ৰমেশ নাই।

মোমায়েক ঢুকাল, যোৰহাটলৈ গৈছে। কাইলৈ ঘূৰিব। দাঢ়ি নগজা কিন্তু গজিবৰ বাবে প্ৰস্তুতি চলোৱা ভাগিনিয়েকটোৱে জনালে।

ৰমেশৰ চাহ দোকানখনৰ নাম প্ৰতিভা ৰেষ্টুৰেণ্ট। দোকানখনৰ চালৰ ওপৰত ছাইন্‌বোৰ্ড এখনত লিখা আছে। প্ৰতিভা তাৰ মাকৰ নাম। সি সৰু থাকোঁতেই মাক ঢুকাইছিল। মাকৰ প্ৰতি কৃতজ্ঞতাত নে কিবা অহৈতুকী প্ৰীতিত সি দোকানখনৰ নাম প্ৰতিভা ৰেষ্টুৰেণ্ট ৰাখিছে জনা নাযায়। যদি কৃতজ্ঞতাত, কিহৰ কাৰণে কৃতজ্ঞতা? তাক জন্ম দিয়াৰ কাৰণে। বৰ বেছি এই চাহ দোকানখন নহ'লহেঁতেন। মই বাকী খাব নোৱাৰিলোহেঁতেন।

নোৱাৰিলোহেঁতেননে?

ৰমেশে তেনেহ'লে এই চাহ দোকানখন দিবৰ বাবেই জন্মিছিল নেকি?

দাদা বহক, থিয় হৈ ৰ'ল যে। —প্ৰদীপ নামৰ বয়টোৱে আমাক উদ্দেশ্যি ক'লে।

সমুখা-সমুখিকৈ থকা দুখন চকীত আমি বহি পৰিলো। আমাৰ মাজত ছানমাইকা লগোৱা এখন টেবুল। দোকানখনত আৰু কিছু গ্ৰাহক আছে। আমাৰ চকুত পৰিল— চাৰিজন ডেকা ল'ৰাই টেবুল এখন আগুৰি ক্ৰিকেটৰ বিষয়ে বৰ উৎসাহেৰে কথা পাতি আছে। এচুকত এটা ডেকা ল'ৰা আৰু গাভৰু ছোৱালী এজনী। ল'ৰাটোৱে কিবা কৈ আছে। ছোৱালীজনী নীৰৱ। দেখিলেই অনুমান কৰিব পাৰি সিহঁত কলেজৰ ছিনিয়ৰ ষ্টুডেণ্ট নতুবা ইউনিভাৰছিটিৰ। সিহঁতৰ মুখবোৰত সাধাৰণ ছাত্ৰ-ছাত্ৰীৰ চঞ্চলতা নাই। সিহঁতে পঢ়া-শুনাৰ কথাও পাতিব পাৰে, প্ৰেমৰ কথাও পাতিব পাৰে। সিহঁতৰ সমুখত দুকাপ চাহ ধোঁৱাই আছে। ল'ৰাটোৰ হাতত এটা চিংৰাৰ এফালে জিৰণি লৈছে। ল'ৰাটোৰ মুখৰ কথাখিনি শেষ নোহোৱালৈকে চিংৰাটো ৰ'ব। প্লেটত আৰু এটা চিংৰা, সেইটো ছোৱালীজনীৰ ভাগৰ। খোৱাত ৰুচি নাই বোধহয়। চিংৰা খাই ভাল নাপাবও পাৰে। তাইক মিঠাই দিব লাগিছিল! মিঠাই খুৱাব পৰাকৈ ল'ৰাটো স্বচ্ছল নহ'বও পাৰে। চিংৰাটো বাচি আছে এতিয়াও।

প্ৰদীপে আমাৰ সমুখত দুকাপ চাহ দি গ'ল। মই কান্ধৰ বেগটো টেবুলখনত থ'লো। এপাট ব্ৰাছ বেগটোৰ মুখেৰে ওলাই আহি মোলৈ চালে। প্ৰজ্ঞান মেধিয়ে চাহকাপ তুলি ল'লে। ল'ৰাটোৰ হাতত চিংৰাফাল নাই— অৰ্থাৎ শেষ। সি এতিয়া ঘোট-ঘোট্কৈ চাহকাপ গিলিছে। আনটো চিংৰা তেনেকৈয়ে পৰি আছে প্লেটখনত। ছোৱালীজনীয়ে যদি চিংৰাটো নাখায়— ল'ৰাটোৱে খাই পেলাব লাগে। চিংৰাটো তেনেকৈ নষ্ট কৰাৰ কোনো যুক্তি নাই।

প্ৰজ্ঞান মেধিয়ে মাত দিলে— 'কিবা ল'ব নেকি?'

'কাটা নিম্‌কি খাব পাৰি অলপ।' মই ক'লো আৰু প্ৰদীপলৈ চাই পঠিয়ালো। চকুৰ ইংগিতেৰে তাক ওচৰলৈ মাতিলো, ক'লো— 'এক প্লেট কাটা নিম্‌কি আন।'

এইবাৰ আমাৰ কাটা নিম্‌কি খোৱাৰ পাল। ল'ৰা-ছোৱালীহাল উঠি গ'ল। ল'ৰাটোৱে কাউণ্টাৰত পইচা দিলে। ছোৱালীজনীয়ে তাইৰ বেগটোত কিবা খুঁচৰিলে। ক্রিকেটৰ কথা পাতি থকা ল'ৰা চাৰিটা এতিয়াও বহি আছে। সিহঁতে ক্রিকেটৰ কথা এৰি চিনেমাৰ কথা পাতিবলৈ ধৰিছে। দুজন মানুহ দোকানৰ ভিতৰলৈ সোমাই আহিল— দুয়োজন আদহীয়া। এজনৰ চকুত চছ্‌মা। তেওঁলোকে চাৰিওপিনে এবাৰ চালে— ক'ত ভাল হ'ব?

মানুহ দুজন ক'ত বহিব পাৰে মই চিন্তা কৰিলো। এযোৰ চকী-মেজলৈ লক্ষ্য কৰি মনৰ ভিতৰতে ক'লো— 'চাবি, সেইযোৰত বহিব।'

সঁচাকৈয়ে মানুহ দুজন তাতে বহিলগৈ। নিজৰ আত্মাৰ ওপৰত মোৰ প্রত্যয় জন্মিল। মই আকৌ ভাবিবলৈ ধৰিলো— তেওঁলোকে কি খাব? তেওঁলোকৰ মুখৰ পিনে লক্ষ্য কৰিলো— কি খাব পাৰে বাৰু তেওঁলোকে? তেওঁলোকৰ মুখৰ অভিব্যক্তিয়ে একো প্রকাশ নকৰে। তেওঁলোক কথাত মছগুল। এনে সময়ত সাধাৰণতে কাটা নিম্‌কি খোৱা উচিত। কিন্তু মই খাটাং যে তেওঁলোকে কাটা নিম্‌কি নাখায়। চিংৰা খাব নেকি বাৰু? এজনে চিংৰা খাব পাৰে, কিন্তু আনজনে 'চিংৰা নাখাওঁ' বুলি ক'লে তেৱোঁ নাখাব। গতিকে তেওঁলোকে মিঠাই খাবই। ছোৱালীজনীয়েহে মিঠাই খাবলৈ নাপালে। মোৰ সিদ্ধান্তটো মিলিছে নে নাই নজৰ কৰিলো— হয়, প্রদীপে মানুহ দুজনৰ সমুখত দুখন প্লেটত দুটা মিঠাই থৈ গৈছে।

কল্পনাশক্তিৰ ওপৰত থকা মোৰ আস্থা দৃঢ় হ'ল। কল্পনাৰ জৰিয়তেই ভৱিষ্যতক নির্মাণ কৰিব পাৰি। কল্পনাই মোৰ পথ। এটা মাখি আহি আমাৰ সমুখৰ টেবুলখনত পৰিল। প্রজ্ঞান মেথি মোৰ সমুখত বহি থাকিল। আৰু মই মাখিটোৰ পিঠিত উঠি উৰা মাৰিলো।

কিছুদূৰ গৈয়েই মনত পৰিল যে মই মোৰ বেগটো ৰমেশৰ চাহ দোকানতে— আমি বহা টেবুলখনৰ ওপৰতে এৰি থৈ আহিলো। আকৌ উলটি আহি বেগটো লৈ গ'লো। প্রজ্ঞান মেথিয়ে কাটা নিম্‌কি চোবায়ে আছে, তেওঁলৈ এবাৰ মিচিকিয়াই হাঁহি মাৰি আকৌ উৰা মাৰিলো।

# তিনি

কলেজখনৰ চৌহদত মই মাখিটো এৰি দিলো। সি আকৌ প্ৰতিভা ৰেষ্টুৰেণ্টলৈ গুচি যাব। সমুখৰ ফিল্ডখনৰ মাজেৰে মই আগুৱাই গ'লো কলেজখনৰ পিনে।

ক্লাছৰূমত ছাত্ৰ-ছাত্ৰীবোৰ বহি আছে। কোনো হাই-উৰুমি নাই। শান্ত পৰিবেশ। কেৱল মৌ-মাখিৰ গুঞ্জনৰ দৰে এটা গুণগুণনি কঁপি আছে ।গোটেই কলেজখনত।

কলেজৰ দীঘল বাৰাণ্ডাত উঠিলো। চকীদাৰ জাতীয় কোনোবা এজনক পালে ভাল আছিল বুলি ভাবিছিলোহে, এনেতে বাৰাণ্ডাৰ এমূৰত দেখিলো এজন মানুহ, হাতত এটা কেট্‌লি। হয়, তেওঁ চকীদাৰেই।

'কাক বিচাৰিছে?' তেওঁ সুধিলে।

'এগৰাকী লেক্‌চাৰাৰ। মহিলা। নামটো ময়ো নাজানো। সেই যে জাগৰণ ফ্লেটত থাকে। প্ৰায়ে খোজকাঢ়ি আহে, কেতিয়াবা কেতিয়াবা গিৰীয়েকে গাড়ীৰে থৈ যায়, তেওঁক। লগ পাব লাগিছিল।'

'এইপিনে আহক। সৌটো দেখিছে নহয়, দীঘলকৈ কমন ৰূমটো— তাত খবৰ কৰক। তেওঁ ক্লাছতো থাকিব পাৰে। পাৰিব নহয়?'

'হ'ব হ'ব, পাৰিম। থেংক ইউ।'

চকীদাৰজনৰ চাহ অনাৰ দায়িত্ব। সেয়ে মোৰ লগত সময় নষ্ট কৰিব নুখুজিলে, কোবাকুবিকৈ গুচি গ'ল।

কমন ৰূমৰ দুৱাৰমুখত থিয় হৈ মই ভিতৰলৈ ভুমুকিয়াই চালো। দীঘলকৈ শাৰী পাতি থকা খালী চকীবোৰৰ মাজৰ এখনত সেই মহিলাগৰাকী বহি আছে। তেওঁ কিবা এখন কিতাপৰ পাত লুটিয়াইছে। কমন ৰূমটো খালী, তেওঁৰ বাহিৰে আন কোনো নাই। মোৰ বুকুত গুমৰি উঠিল মৌনতাৰ অস্থিৰতা।

মই এটা গল-খেকাৰি মাৰি মোৰ উপস্থিতিৰ ইংগিত দিলো। তেওঁ মূৰ দাঙি চালে। আৰু মই তেওঁৰ সমুখত আহি হাজিৰ হ'লো।

'আপুনি মোক চিনি নাপাব। মই তথাগত।'

'ওঁ! আপোনাক মই দেখিছোঁ। অৱশ্যে কোনোদিনে লগ পোৱা নাই। আপোনাৰ এগ্‌জিবিশ্যনো মই দেখিছোঁ। আপোনাৰ ছবিৰ ওপৰত আমি আলোচনাও কৰোঁ '

'হয় নেকি! মোক ক'ত দেখিছিলে বাৰু?'

'প্ৰতিভা ৰেষ্টুৰেণ্টত। মোৰ কলিগ এজনীয়ে এদিন দূৰৰ পৰাই আপোনালৈ আঙুলিয়াই দেখুৱাই দি কৈছিল, সৌজন চা— তথাগত। সেই এদিনেই দেখিছিলো আপোনাক।'

'হ'ব পাৰে। মই তাত প্ৰায়ে বহোঁ। দোকানীজন মোৰ বন্ধু। আপোনাৰ এতিয়া ক্লাছ আছে নেকি? অলপ কথা আছিল!'

'হয়, তিনিটা পঞ্চলিছত এটা ক্লাছ আছে। কিন্তু আপুনি আহিছে যেতিয়া মই ক্লাছটো নকৰো, কিবা এটা মেনেজ কৰিম। আপুনি এক মিনিট বহক— মই এবাৰ প্ৰিন্সিপালৰ ৰুমৰ পৰা আহোঁ।'

তেওঁ উঠি গ'ল। তেওঁৰ নামটোকে মই নাজানো। আহিলে সুধি ল'ব লাগিব। তেওঁ উঠি যোৱাৰ পাছত মই কমন ৰুমটোৰ চৌদিশে চকু ফুৰালো। ওপৰত কেইখনমান চিলিং ফেন ঘৰ্‌ঘৰকৈ ঘূৰি আছে। ফেনৰ বতাহ খাবলৈ চকীবোৰৰ বাহিৰে কোনো নাই। ইমান সময়ে কেৱল তেওঁ বহি আছিল ফেনৰ বতাহ খাই। এতিয়া বহি আছোঁ মই। এটা দীঘলীয়াধৰণৰ আলমাৰী। তাত কিতাপ উশাহ নোপোৱা হৈ ঠাহ খাই আছে। আলমাৰীটোৰ সামৰ্থ্যতকৈ বেছি কিতাপ সোমাইছে তাত। আলমাৰীটোৰ ওপৰত আৰু এটা অতিৰিক্ত বোজা— এটা গ্ল'ব। গ্ল'বটো সাগৰৰ কাৰণে নীলা দেখাইছে। এটা মকৰাই সেই সাগৰৰ পৰা চিলিংখনলৈ এখন জাল গাঁথিছে।

এটা মাখি আহি পৰিল তেওঁৰ কিতাপখনৰ ওপৰত। কিতাপখন টেবুলত থৈ তেওঁ উঠি গৈছিল। কিতাপখন নুচুৱাকৈয়ে মই কিতাপখনৰ ক'ভাৰটোলৈ চালো— 'বিইং এণ্ড নাথিংনেছ', ছাত্ৰেৰ। নিশ্চয় তেওঁৰ ছাব্‌জেক্ট দৰ্শন। মাখিটো উৰি যোৱা নাই। দৰ্শনৰ কিতাপখনতে বহি আছে। এই প্ৰতিভা ৰেষ্টুৰেণ্টৰ মাখি নহয়। হোৱা হ'লে মই চিনি পালোহেঁতেন। এইটো এই কলেজখনৰে মাখি। কলেজতো তেনেহ'লে মাখি থাকে। মাখিত উঠি তেবোঁ ক'ৰবালৈ কিজানি উৰি যায়। তেওঁ ক'লৈ যায় বাৰু!

তেনেতে তেওঁ হাঁহিমুখে সোমাই আহিল। মাখিটো উৰি গ'ল। মাখিটোৰ পিঠিত কোনো উৰি যোৱা নাই।

'ব'ৰ হ'ল নেকি?' তেওঁ সুধিলে।

নাই, অকণো হোৱা নাই।

ক্লাছটো মেনেজ কৰিলো, আন এজনে ল'ব।

কমন ৰুমত কেৱল আপোনাকহে বহি থকা দেখিছিলো, বাকীবোৰ ক'ত?

সকলো ক্লাছত সোমাই আছে। যিসকলৰ ক্লাছ নাই, তেওঁলোক ক'ৰবালৈ ওলাই গৈছে। এই কমন ৰুমটোও মস্ত এটা ব'ৰ। ইয়াত বহি থাকি কোনেও ভাল নাপায়। মই নেক্সট্ ক্লাছ আছিল বাবেহে বহি আছিলো।

আপোনাৰ ছাব্জেক্ট ফিল'ছফী?

হয়, কেনেকৈ জানিলে?

সেই কিতাপখন দেখি গম পালো। ... আচ্ছা— আপোনালোকৰ কলেজতো মাখি আছে নেকি?

মাখি? নাইতো। কিয় সুধিলে?

নহয়, এইমাত্র এটা মাখি আপোনাৰ কিতাপখনত বহি আছিল। মই ভাবিছিলো আপোনালোকেও চাগে' মাখিত উঠি ক'ৰবালৈ উৰি যায়!

'কি যে কয় আপুনি!' তেওঁৰ চকুৰে-মুখে হাঁহিৰ এটা ঢৌ বাগৰি গ'ল।

তেওঁ যে ধুনীয়া, সেই কথা মই আগতেই আৱিষ্কাৰ কৰিছিলো। আজি তেওঁক ওচৰৰ পৰা দেখিছোঁ। তেওঁৰ মুখৰ কমনীয়তাৰ দৰে তেওঁৰ ব্যৱহাৰ আৰু কথা-বতৰা সকলো আকৰ্ষণীয়।

'ব'লক যাওঁ।' তেওঁ ক'লে।

দুয়ো উঠি কমন ৰুমৰ দুৱাৰখন পাৰ হ'লো। দীঘল বাৰাণ্ডাখনেৰে গৈ চিৰিৰে নামিলো। ফিল্ডত ভৰি দিলো।

আপোনাৰ নামটো মই নাজানো।

তন্ময়ী বৰুৱা।

এটা বিশেষ কথাৰ বাবে আপোনাৰ ওচৰলৈ আহিছিলো। এই কামটোৰ

বাবে আপোনাক মই বহুদিনৰে পৰা লক্ষ্য কৰি আছিলো। আপুনি যদি মোৰ কামটোত সহযোগ কৰে, মই বৰ আনন্দিত হ'ম।

মইনো আপোনাৰ কি কামত লাগিম! কওকচোন তথাপি আপোনাৰ কামটো? কিজানিবা ক'ৰবাত কিবা কামৰ মানুহ হৈ আছোঁৱেই!

ক'ম। কিন্তু আপোনাৰ ঘৰলৈকে যাওঁ নেকি! আপোনাৰ মিষ্টাৰ এই সময়ত ঘৰত আছে নেকি?

থাকিব নালাগে। সচৰাচৰ তেওঁ এই সময়ত নাথাকে। বিজ্‌নেছমেনতো। কেতিয়া আহে কেতিয়া যায় একো ঠিক নাথাকে। কেতিয়াবা ৰাতি নাহেই। বাহিৰলৈও গৈ থাকে। তেওঁক লগ পালে অৱশ্যে আপোনাৰ অকণো ভাল নালাগিব। তেওঁ ছবি-তবি একো নুবুজে। মানুহজন ভাল, কিন্তু নিৰস মানুহ।

বিজ্‌নেছমেনটোৱে চাগে' মাখিত উঠি ঘূৰি ফুৰে!— মুখৰ ভিতৰতে মই ভোৰভোৰালো।

'কিবা ক'লে?' তেওঁ সুধিলে।

'নাই, একো নহয়। .. পৃথিৱীৰ আটাইতকৈ অদৰকাৰী বস্তু এই ছবি— তাক বুজি কি হ'ব মানুহৰ? ছবিয়ে একো সঞ্চনি কৰিব নোৱাৰে। পৃথিৱীৰ বিখ্যাত চিত্ৰকৰসকলে যদি এখনো ছবি নাকিলেহেঁতেন— একো হানি নহ'লহেঁতেন পৃথিৱীৰ। হয়নে নহয় কওক?'

মই মানি নলওঁ। মানুহে ছবি নুবুজিলেও, ছবি নাচালেও ছবি থাকিবই। সেয়া মানুহৰ চিৰন্তন সৃষ্টিশীলতা। সেই সৃষ্টিশীলতাক কোনেও, আনকি সময়েও অস্বীকাৰ কৰিব নোৱাৰে।

সেয়াতো হয়েই। কিন্তু আজিৰ এই ভোগবাদী সমাজত সৃষ্টিশীলতাৰ মূল্য কমি গৈছে।

আমি কলেজৰ ফিল্ডখন পাৰ হৈ ৰাস্তাত উঠিলো। তন্ময়ী বৰুৱাৰ কপালত ঘাম বিৰিঙিছে। দুই সোঁতা ঘাম কাণৰ কাষৰ চুলিকেইডালমানৰ তলেৰে তললৈ নামি আহিছে। ৰ'দত মুখখনে তেওঁৰ আপেলৰ ৰং লৈছে। ৰুমালখন উলিয়াই তেওঁ কপালৰ ঘামখিনিৰ স'তে সেই দুই সোঁতা ঘামো মচি ল'লে আৰু ক'লে, 'বৰ গৰম পৰিছে'।

মূৰ দুপিয়াই মই সমৰ্থন কৰিলো।

ৰ'দটো বৰ চোকা। আপুনি ছাতি নানে কিয়?

অভ্যাস নাই। আৰু মই ছাতি বৰ হেৰুৱাওঁ।

সৰু ছোৱালীৰ দৰে তন্ময়ী বৰুৱাই ছাতি হেৰুৱায়। ল'ৰা-ছোৱালীক দৰ্শন শিকায়— ইমান কথা জানে— ছবিৰ কথাও জানে— গিৰিয়েক নাথাকিলে জাগৰণ ফ্লেটত অকলে থাকিবও পাৰে— কিন্তু ছাতি হেৰুৱায়! তেওঁ বৰ অন্যমনস্ক নেকি! যিবোৰ কথা ভাবিব নালাগে, যিবোৰ কথা ভাবি একো লাভ নাই, সেইবোৰ কথা তেওঁ বেছি ভাবি থাকে নেকি। নহ'লে ছাতি হেৰুৱায় কিয়?

আমাৰ পিছফালে এখন ট্ৰাকে হৰ্ণ বজালে। আমি ৰাস্তাৰ বাওঁফালে আহিলো আৰু প্ৰায় গাত গা লগাই আগবাঢ়িবলৈ ধৰিলো। ৰাস্তাটো ক্ৰমশঃ ব্যস্ত হৈ পৰিল। লানি নিছিগা গাড়ীৰ শাৰীয়ে ৰাস্তাটো আগুৰি পেলালে আৰু আমি দুয়ো সেই কলৰোলৰ মাজে মাজে বাট কাটি জাগৰণ ফ্লেটৰ পিনে আগবাঢ়ি থাকোঁতে মই গম পালো, তেওঁৰ কাষলতিৰ তলৰ ঘামখিনি কেঁচা মাটিৰ দৰে গোন্ধাইছে।

## চাৰি

জাগৰণ কমপ্লেক্স। পাঁচমহলীয়া এই কমপ্লেক্সটোত এক্কৈশটা ফ্লেট আছে হেনো। গোটেই চৌহদটো ওখ পকী দেৱালেৰে আৱৰা। সমুখত লোহাৰ এখন প্ৰকাণ্ড গে'ট। গে'টৰ কাষত এজন হোমগাৰ্ড। হোমগাৰ্ডটোৰ পিঠিত এটা বন্দুক নে ৰাইফল ওলমি আছে। তাৰ ওপৰত এই কমপ্লেক্সটো ৰক্ষা কৰাৰ ভাৰ। সি বাৰু জাগৰণ কমপ্লেক্সটোক ৰক্ষা কৰিব পাৰিবনে?

মই তাৰ মুখলৈ চালো। হনু ওলোৱা তাৰ মুখখনে কিবা দুশ্চিন্তাত ভুগিছে। পাঁচমহলীয়া এই অট্টালিকাটোৱে তাক যেন গিলি পেলাব। তাক মোৰ সেই পথাৰত চৰাই খেদাবলৈ ভঙা কলহত মুখ আঁকি সজাই থোৱা ধোঁটোৰ নিচিনা লাগিল। ধোঁটোৰ হাততো এডাল এছাৰি থাকে। চৰাইজাকে গোটেই পথাৰখন খাই তহিলং কৰিলেও সেইডালেৰে সি একো কৰিব নোৱাৰে। আনকি তাৰ গাত চৰাই আহি বহি থাকিলেও একো কৰিব

নোৱাৰে সি। তথাপি সি থাকে— অল্পমতি চৰাইবোৰক প্ৰতিহত কৰি সি থাকে। কিন্তু কাউৰীবোৰক? কাউৰীবোৰেতো তাৰ ভঙা কলহৰ মুখখনতে বিষ্ঠা ত্যাগ কৰে, ঠোঁট ঘঁহে

হোম্‌গাৰ্ডটোৱে লোহাৰ গে'টখন খুলি দিলে তন্ময়ী বৰুৱাক। তেওঁৰ লগে লগে ময়ো সোমালো। এটা কাউৰীৰ নিচিনা ভাব মনত খেলি গ'ল অকাৰণতে।

লিফ্‌টৰ ব্যৱস্থা আছে। অট'মেটিক। তন্ময়ী বৰুৱাই বুটাম টিপিলে। দুৱাৰ খোল খালে। আমি ভিতৰ সোমালো। দুৱাৰ বন্ধ হৈ গ'ল। তন্ময়ী বৰুৱাই আকৌ বুটাম টিপিলে। আমি স্বৰ্গলৈ উঠিবলৈ ধৰিলো। থাৰ্ড ফ্ল'ৰত আছিল স্বৰ্গ। আমি স্বৰ্গৰ বাৰাণ্ডাৰে আগুৱালো। একেবাৰে মূৰৰ ফ্লেটটো তেওঁৰ।

বেগৰ চেইন খুলি তেওঁ হাতখন বেগত সুমুৱালে আৰু একোছা চাবি লৈ তেওঁৰ হাতখন বেগৰ পৰা ওলাই আহিল ।

মোৰ অলপ নাৰ্ভাছ হোৱাৰ নিচিনা লাগিল। এনেকৈ আহি মই কিবা ভুল কৰিলো নেকি! নহ'লে এটা দোষী দোষী ভাব মনলৈ আহিছে কিয়? হঠাতে আকাশখনো গোমা হৈ আহিল। বৰষুণ দিব কিজানি। এছাটি শীতল বতাহে মোক চুই গ'ল। তলৰ মহানগৰখনলৈ চাই পঠিয়ালো— এখন অবোধ মহানগৰ, ধৱল বৰণৰ।

দুৱাৰখন খুলি তন্ময়ী বৰুৱাই মোক মাতিলে :

'সোমাই আহক।'

'বাৰাণ্ডাত ধুনীয়া বতাহ দি আছে।' যেন ভিতৰলৈ যাবলৈ মই সিমান উদগ্ৰীৱ নহয়, তেনে ভাবত ক'লো। যদিও পৰ্দা ঠেলি মই ভিতৰৰ মাশ্বৰুম ৰঙৰ ড্ৰইংৰুমটোত প্ৰৱেশ কৰিলো।

বহক বুলি কৈ তন্ময়ী বৰুৱা ভিতৰৰ পিনে গ'ল।

সেউজীয়া ৰঙৰ এযোৰ ধুনীয়া ছোফাৰ উপৰি বেতৰো ধুনীয়া চকী তিনিখন পাৰি থোৱা আছে। বেতৰ চকীকেইখনত তিনিটা সেউজীয়া ৰঙৰ কুছন, মাইকা লগোৱা। মই বেতৰ চকী এখনত বহি পৰিলো। মাশ্বৰুম ৰঙৰ সৈতে সেউজীয়া ৰংটোৱে ড্ৰইংৰুমটোক নিৰ্জন আৰু ভাবগধুৰ

কৰি তুলিছে। মাজৰ চেণ্টাৰ টেবুলখনৰ ফ্ৰে'মটো নিশ্চয় চেগুন কাঠৰ। ওপৰত এখন অন্ধকাৰ গ্লাছ। তাৰ ওপৰত এটা মাটিৰ এছ্-ট্ৰে'। এছ্-ট্ৰে'টোত দুটা চিগাৰেটৰ টুকুৰা। চাৰমিনাৰ নহয়। নিশ্চয় লাইটাৰেৰে চিগাৰেট দুটা জ্বলোৱা হৈছিল। কাৰণ এছ্-ট্ৰে'ত দিয়াচলাইৰ কোনো কাঠী পৰি থকা নাই।

বিজ্‌নেছ্‌মেন্‌টোৱে নিশ্চয় চিগাৰেট খায়। তেওঁ যদি চিগাৰেট খায়, ভিতৰত ক'ৰবাত চিগাৰেট থাকিবও পাৰে। চিগাৰেট এটা টানিব পাৰিলে ভাল আছিল। তন্ময়ী বৰুৱা আহক, সুধিব লাগিব।

ড্ৰইংৰুমৰ দুখন বেৰত মধুবন্তী পেইণ্টিং দুখন ডাঙৰকৈ বন্ধাই থোৱা আছে। বেৰৰ একোণত থিয় হৈ আছে বেতৰ এটা লাইট ষ্টেণ্ড।

মধুবন্তীতকৈ অইল পেইণ্টিং বেছি ভাল লাগিলহেঁতেন ৰুমটোত। কিন্তু বিজ্‌নেছ্‌মেনটোৱে চাগে' ভাল নাপালেহেঁতেন। ছবি-তবি একো বুজি নাপায় বোলে। নীৰস মানুহ। নীৰস মানুহ এটাৰ লগত তেওঁনো বাস কৰিলে কিয়। অৱশ্যে এতিয়াতো উপায় নাই— বিয়া হ'ল যেতিয়া। নীৰসটোকনো তেওঁ পাইছিল ক'ত?

হাতত দুখনমান নিউজ পেপাৰ লৈ তন্ময়ী বৰুৱা ড্ৰইংৰুমলৈ সোমাই আহিল। আৰু ক'লে, 'আপুনি পেপাৰ পঢ়ক, মই তৎক্ষণাত গাটো ধুই লওঁ।'

'হ'ব, একো কথা নাই। . আপোনাৰ মিষ্টাৰে নিশ্চয় চিগাৰেট খায়। ভিতৰৰ ক'ৰবাত চিগাৰেট আছে নেকি?'

'তেওঁ নাখায়, মইহে খাওঁ। আছে ৰ'ব, দিওঁ'— এই বুলি তেওঁ ভিতৰলৈ সোমাই গ'ল।

ছাতি হেৰুৱালে কি হ'ব? সৰু ছোৱালী নহয়। চিগাৰেট খায়। কিয় চিগাৰেট খায় বাৰু? কিবা দুঃখ? দুঃখনো কাৰ নাথাকে? এই নীৰসটোৰ লগত ব'ৰ হৈ যায় চাগে'— সেই ব'ৰ কাটিবলৈ চিগাৰেট খায়?

চাৰমিনাৰ নহয়, উইলছ ফিল্টাৰৰ পেকেট এটা আৰু লাইটাৰ লৈ আনি তন্ময়ী বৰুৱাই টেবুলখনত থ'লে আৰু ক'লে—

'লওক।'

তেনেতে ভিতৰৰ ৰুমত ক্রিং ক্রিং বাজি উঠিল। এটা ফোনে চিঞৰিছে। 'এক মিনিট আহিছোঁ' বুলি তৎক্ষণাত তেওঁ ভিতৰলৈ সোমাই গ'ল।

মই পেকেটটোৰ পৰা ফিল্টাৰ এটা উলিয়ালো। লাইটাৰটো অলপ লিৰিকি-বিদাৰি চালো। মে'ড্ ইন কোৰিয়া। বিজ্‌নেছ্‌মেনটো নিশ্চয় কোৰিয়ালৈ যোৱা নাই। কোৰিয়ান লাইটাৰ ব্যৱহাৰ কৰিবলৈ কোৰিয়ালৈ যাব লাগে নেকি। নগ'লেও হয়। আজি-কালি য'তে-ত'তে ফ'ৰেইন গুড্‌ছ এবেইলেবল। প্রতিভা ৰেষ্টুৰেণ্টৰ পিছপিনৰ গলিটোৰো এখন দোকানত ফ'ৰেইন গুড্‌ছ বিক্রী হয়।    কিন্তু লাইটাৰটো বৰ ধুনীয়া। তন্ময়ী বৰুৱাৰ সমানে ধুনীয়া।

'ৰবি ৰবি    ' মোৰ ভিতৰতে কোনোবাই কৈ উঠিল— নাৰীৰ সৌন্দৰ্যৰ স'তে লাইটাৰৰ তুলনা হয়নে? অলপ খেলি-মেলি লাগি গ'ল ঃ ফুলৰ স'তে নাৰীৰ তুলনা হয় জানো। চৰাইৰ স'তে নাৰীৰ তুলনা হয় জানো। আপেলৰ লগত তুলনা হয। সুমথিৰাৰ লগত হয়। হৰিণীৰ স'তে হয়, যেনে— মৃগনয়নী। কিন্তু গৰুৰ স'তে নহয়, কুকুৰৰ স'তে নহয়, হাতীৰ স'তে নহয়, ঘোঁৰাৰ স'তে নহয়, বাঘৰ স'তে নহয়, সিংহৰ স'তে নহয়। কিয় নহয়? কিয় নহয়? গৰু ধুনীয়া নহয় নেকি? বাঘ ধুনীয়া নহয়? সিংহ ধুনীয়া নহয়?

ফেনৰ বতাহৰ কাৰণে মোৰ চিগাৰেটৰ ধোঁৱাবোৰ খিৰিকী-ভেণ্টিলেচনেৰে তৎক্ষণাত উৰি গৈছে। নহ'লে পাকলগা ধোঁৱাবোৰ সেউজীয়া কুছনকেইটাৰ তলত আৰু পৰ্দাৰ ভাঁজত লুকাই পৰিলহেঁতেন।

তন্ময়ী বৰুৱাই মুখত এমোকোৰা হাঁহি লৈ সোমাই আহিল। ক'লে, 'তেওঁৰ ফোন আছিল। তেওঁ হেনো আজি নাহে। জৰুৰী কাম এটাত হঠাতে তিনিচুকীয়ালৈ যাবলগা হ'ল। কাইলৈও নাপাবহি পাৰে .. আপুনি অলপ বহক। মই গাটো ধুই আহোঁ। তাৰ পাছত কথা পাতিম।

তন্ময়ী বৰুৱা আকৌ ভিতৰলৈ গ'ল। তেওঁ এতিয়া বাথৰুমত সোমাব। প্রতিভা ৰেষ্টুৰেণ্টৰ মাখি আহি হাজিৰ। সি মোৰ সন্মুখত তাৰ কণমানি জিলজিলিয়া পাখি দুখন জোকাৰি দিলে। সি মোক তন্ময়ী বৰুৱা সোমোৱা বাথৰুমলৈ লৈ যাব খোজে। মই তাক প্রশ্রয় নিদিলো। তাতকৈ মই মোৰ

ছবিখনৰ কথাই ভবা ভাল। যদি তন্ময়ী বৰুৱা মাস্তি নহয়? যদি নহয়, সকলো ধূলিস্যাৎ হৈ যাব। মই আৰু এজনী তন্ময়ী বৰুৱা ক'ত পাম?

তন্ময়ী বৰুৱাই দি যোৱা নিউজ পেপাৰকেইখন মই পঢ়া নাই। মোৰ ওঁঠত চিগাৰেটটোৱে তাৰ শ্মশানযাত্ৰা প্ৰায় সমাপন কৰিলে। মই ফিল্টাৰৰ হালধীয়া অংশটুকুৰা এছ-ট্ৰে'টোত গুঁজি দিলো। অযথা জ্বলিবলৈ এৰি দি মই তাক অনাদৰ নকৰিলো আৰু তাৰ দহন চোৱাৰো মোৰ কোনো ইচ্ছা নাছিল।

সেউজীয়া কুছনকেইটা নিশ্চুপ। সিহঁতে কথা ক'ব নোৱাৰে। পৰা হ'লে সিহঁতে মোক কম কৰিলেহেঁতেননে? কিমান যে কৈফিয়ৎ দিব লাগিলহেঁতেন— কি কৰোঁ— ক'ত থাকোঁ— কিয় আহিছোঁ— তন্ময়ী বৰুৱা কি হয়— ক'ত লগ পালো—? ৰক্ষা যে সিহঁতে কথা ক'ব নোৱাৰে। অৱশ্যে পৰা হ'লেও, ময়ো ঠিক জবাব দিলোহেঁতেন সিহঁতক। সিহঁতৰ নিজৰেই য'ত পৰিচয় নাই— সিহঁতৰ আকৌ আনৰ ওপৰত প্ৰশ্ন! সেউজীয়া ৰংটোৰ বাহিৰে সিহঁতৰ আৰু কি অস্তিত্ব আছে, কি মূল্য আছে? আৰু এই ৰংবোৰ! ৰংবোৰতো আমাৰ শিল্পীসকলৰেই বস্তু!

তন্ময়ী বৰুৱা সোমাই আহিল। চুলিবোৰ মেলা। কিন্তু তিতা নহয়। মূৰ তিওৱা নাই।

'আপুনি কিবা এটা। যিটো সোনকালে হয়, সেইটোকে বনাওক।'

'ঠিক আছে, মই পলম নকৰো' বুলি তেওঁ আকৌ ভিতৰলৈ সোমাই গ'ল।

নীলমণি ফুকনৰ কবিতাৰ দৰে ক'ৰবাৰ হৃৰিৎ প্ৰান্তৰত ঘণ্টা বাজি উঠিছিল নেকি— কিয়নো মোৰ হঠাৎ তেনে যেনেই লাগিল, যেতিয়া খিৰিকীৰে দেখিলো গধূলিয়ে জাগৰণ কমপ্লেক্সত ভৰি দিছে। হয়, গধূলিটো হঠাৎ আহিল। হোমগাৰ্ডটোৱে গে'ট খুলি দিয়া নাছিল গধূলিক। গধূলিটো আকাশৰ পৰা নামি আহিছিল আৰু হোমগাৰ্ডটোৰ কাণত ফুচফুচাই কৈছিল, 'লাইটবোৰ জ্বলাই নিদিয়া কিয়? দেখা নাই মই আহিছোঁ?' সি সুইচ্চ টিপিলে আৰু জাগৰণ কমপ্লেক্স পোহৰ হৈ উঠিল। তাৰ পাছত গধূলিটোৱে লিফট্‌ত উঠি স্বৰ্গৰ বাৰাণ্ডা পালেহি, তন্ময়ী বৰুৱাৰ ঘৰৰ দুৱাৰমুখত

ৰ'ল। কলিংবেল টিপিব নোৱাৰে, কাৰণ হাত নাই। মই গধূলিৰ পদশব্দ দুৱাৰমুখত পৰি থকা শুনিলো। লাইটটো জ্বলাই দি মই গধূলিক স্বীকাৰ কৰিব পাৰিলোহেঁতেন, কিন্তু নকৰিলো। তন্ময়ী বৰুৱা আহক, তেওঁৰ ঘৰৰ ভিতৰৰ লাইটবোৰ জ্বলি উঠিছে— মই পৰ্দাৰ ফাঁকেৰে পোহৰ দেখিলো।

তন্ময়ী বৰুৱাই এখন ট্ৰে'ত দুকাপ চাহ আৰু বিস্কুট-কে'ক লৈ সমুখৰ আন্ধাৰ গ্লাছৰ টেবুলখনৰ ওপৰত থ'লে।

'খাওক।' তেওঁ ক'লে আৰু লাইটটো জ্বলাই দিলে।

বেছ গৰম চাহ হ'লেও মই অলপ বেগেৰে চাহখিনি খালো।

বিস্কুট এখনো চোবাই গুডি কৰি গিলিলো। কাপটো টেবুলৰ ওপৰত থৈ দিলো। তেওঁৰ খোৱা হোৱা নাই। অলপ লাহে লাহে খায়।

মই চাহৰ কাপটো টেবুলখনত থোৱাৰ লগে লগে তেওঁ সুধিলে— 'কওক এতিয়া আপোনাৰ কামটো কওক, শুনো।'

'আপোনাক প্ৰথম দেখিবৰ দিনাৰে পৰা মই এখন বেলেগ ধৰণৰ ছবি অঁকাৰ কথা ভাবিছিলো। এক্ৰিলিক বা অইল মাধ্যমত। ছবিখন মই আপোনাৰ বুকুত আঁকিব খোজোঁ— আপুনি যদি মান্তি হয়.. ।' অতি পোনপটীয়াকৈ কথাখিনি ক'লো।

'মোৰ কোনো আপত্তি নাই। কেতিয়া আঁকিব?' তন্ময়ী বৰুৱাক অকণো আচৰিত হোৱা যেন নালাগিল। সহজভাৱে তেওঁ মোক সুধিলে, 'কেতিয়া আঁকিব?' যেন তেওঁ জানিছিলেই, তেনেকুৱা এটা কথাকে মই ক'ম বুলি।

'আজিয়েই আৰম্ভ কৰিব পাৰোঁ, মোৰ হাতত ৰং-ব্ৰাছ আছেই।' মই ক'লো আৰু মোৰ বেগটোত হাত ভৰাই চালো— আছে, ব্ৰাছ তিনিডাল আছে, ৰঙৰ টিউব কেইটামান আছে, লিনচীড অইল আছে, প্ৰাথমিক কামখিনি হ'ব।

'মই কি কৰিব লাগিব?' তন্ময়ী বৰুৱাই সুধিলে।

'আপুনি আপোনাৰ শৰীৰৰ ওপৰ অংশ, অৰ্থাৎ বুকু আৰু পিঠিখন উদং কৰিব লাগিব, কেতিয়াবা থিয় হ'ব লাগিব। লৰচৰ কিন্তু কৰিব নোৱাৰিব।'

'তেনেকৈ কিমান দিন থাকিব লাগিব? এদিনততো ছবি হৈ নাযায়?'

'এদিনততো নহ'ব। কিমানদিন লাগে একো ঠিক নাই। এখন পেইণ্টিং শেষ কৰোঁতে কেতিয়াবা বহু দিন, বহু সপ্তাহ, কেবামাহো— আনকি বছৰ বছৰো লাগি যাব পাৰে।'

'অন্য একো সমস্যা নাছিল। সমস্যা হ'ব মোৰ মিষ্টাৰক লৈ। তেওঁ ছবি-তবি বুজি নাপায়। তেওঁ মোৰ বুকুত সেইবোৰ ৰং-চং দেখি ভাল নাপাব। আৰু ৰংবোৰ গোন্ধাবও যে, তেওঁ আপত্তি কৰিব, অশান্তিও হৈ যাব পাৰে।'

'আপোনাৰ মিষ্টাৰৰ কিবা এটা ব্যৱস্থা কৰিব লাগিব। অন্ততঃ ছবিখন নোহোৱালৈকে তেওঁ আপোনাৰ লগত থকাটো উচিত নহ'ব। মই কিবা ভাবি এডাল ৰেখা আঁকিম, কিবা ভাবি কিবা এটা ৰং লগাম আৰু তেওঁ যদি ৰেখাডাল মচি পেলায়, ৰংটো নষ্ট কৰি দিয়ে— তেনেকৈ ছবি অঁকা নহ'ব। তেওঁক আঁতৰত ৰাখিবই লাগিব। এইকেইদিনত তেওঁৰ ক'তো বাহিৰলৈ যাবলগা নাই নেকি?'

'বাহিৰলৈ মানে— ক'লৈ?'

'এই, কোৰিয়া-চোৰিয়ালৈ?'

'মই জনাত নাই। আৰু কোৰিয়ালৈ যাবলগা হ'লে তেওঁ মোকো লগত লৈ যাব। বিদেশত তেওঁ বৰ অকলশৰীয়া অনুভৱ কৰে হেনো। মোক লগত নিনিয়াকৈ যাবলৈ ভাল নাপায়।'

ভাল নাপায়? লগত নিনিয়াকৈ যাবলৈ ভাল নাপায়— মস্ত মিছলীয়া এটা। তিৰোতাৰ মন ভুলাবলৈ কোৱা কথা। যেতিয়া ঘৈণীয়েক সঁচাকৈ যাবলৈ ওলাব, তেতিয়া দেখিবা সি কিমান লেঠা দেখুৱাব। চাবা— লাগিলে প্ৰ'গ্ৰামেই কেন্সেল কৰিব— ঘৈণীয়েকক নিনিয়ে। সি ইমান ঠিক হোৱা হ'লে এই প্ৰকাণ্ড ফ্লেটটোত ঘৈণীয়েকক অকলে এৰি থৈ ৰাতি নহাকৈ থাকিব পাৰেনে? তাক জনাই দিয়াচোন এজন শিল্পী আহিছে বুলি, আজি ৰাতি শিল্পীজনে তোমাৰ ঘৰত থাকি ছবি আঁকিব বুলি— লগে লগে সি য'তে আছে তাৰ পৰাই দৌৰি আহিব। নীৰস বস্তু ক'ৰবাৰ। ছবি-তবি নুবুজা এটা মানুহে ছবি এখন সৃষ্টি হোৱাত কেনেকৈ বাধা দি থাকে।

মই সুধিলো— 'আপুনিয়ে কওকচোন তেনেহ'লে কি বুধি উলিয়াব পাৰি?' আৰু নিজে চুলিৰ মাজত মোৰ সোঁহাতৰ আঙুলি পাঁচটা মেলি দিলো— ক'ৰবাত চুলিৰ গুৰিত কিজানি কিবা কূট বুদ্ধি লুকাই আছেই!

তন্ময়ী বৰুৱাই চিগাৰেটৰ পেকেটটোৰ পৰা চিগাৰেট এটা উলিয়ালে আৰু 'মে'ড ইন কোৰিয়া'ৰ জুইৰে জ্বলাই ল'লে। দীঘলকৈ এটা হোপা মাৰি ধোঁৱাবোৰ শূন্যত এৰি দিলে। এয়া এক মানসিক সংক্ৰমণ— ময়ো চিগাৰেট এটা ওঁঠত গুঁজি ল'লো আৰু তাত কোৰিয়াৰ জুই সংযোগ কৰিলো। ৰুমটো ধোঁৱাই থাকিল, কিন্তু ফেনৰ বতাহে ধোঁৱাবোৰ বাহিৰলৈ উলিয়াই দিলে।

চিগাৰেটৰ কি চমৎকাৰিত্ব! তন্ময়ী বৰুৱাৰ মুখখন উজ্জ্বল হৈ উঠিল— 'পাইছোঁ পাইছোঁ, এটা সুন্দৰ বুদ্ধি মনলৈ আহিছে।' তন্ময়ী বৰুৱাই উছাহত কৈ উঠিল।

'কি?'

'তেওঁক কিছুদিন জে'লত ভৰাই থ'ব পাৰি।'

'জে'লত? কেনেকৈ?'

'তেওঁৰ হাতত কিছু জাল নোট আছে। পুলিচক জনাই দিলেই তেওঁক এৰেষ্ট কৰিব। কিছুদিন তেওঁ জে'লৰ ভাত খাব লাগিব। আৰু আপুনি তেতিয়া ছবিখন আঁকিব পাৰিব। আৰু এটা কাম হ'ব— ছবি অঁকা দিনকেইটাত মই ছুটীওতো ল'ব লাগিব, তেওঁ জে'লত থকাৰ অজুহাতত মই ছুটী ল'ব পাৰিম। জে'ললৈ গৈ মই তেওঁক মাজে মাজে লগ কৰিবও পাৰিম। তেওঁ মোক চুব নোৱাৰিব। মোৰ বুকুখনো দেখা নাপাব। ছবি নষ্ট কৰিব নোৱাৰিব। ৰঙৰ গোন্ধো নাপাব।'

'সুন্দৰ আইডিয়া। আপোনাৰ যদি কোনো মনোকষ্ট নহয়, সেয়ে হ'ব।'

'আপোনাৰ সৃষ্টিৰ বাবে মই সেইখিনি কৰিব নোৱাৰিম কিয়? আৰু মোৰ নিজৰো এটা অভিজ্ঞতা হ'ব কেনভাছ হোৱাৰ। যি অভিজ্ঞতা কিজানি এতিয়ালৈ পৃথিৱীত আন কাৰো হোৱা নাই। পেইণ্টিং বা স্কাল্পচাৰৰ বাবে হয়তো বহু নাৰী বিখ্যাত চিত্ৰকৰসকলৰ বাবে মডেল হিচাপে ব্যৱহৃত হৈছে, কিন্তু কেনভাছ কিজানি কোনো হোৱা নাই! .. আচ্ছা, আপুনি

আঁকিব কি? অৰ্থাৎ ছবিৰ কন্‌টেণ্ট্ কি?'

'ড্ৰীম্‌ছ! সপোন। সপোনবোৰক লৈ মই ছবি আঁকিম। সপোনবোৰ হ'ল কেনেকুৱা— সপোনবোৰ অকলশৰে নাথাকে। কেতিয়াবা কোনো এটা সপোনৰ গাতে আঙুৰৰ থোপাৰ দৰে অজস্ৰ সপোন লাগি থাকে। কেতিয়াবা কোনো এটা সপোনৰ আলেঙে-আলেঙে ঘূৰি থাকে আৰু বহু সপোন, যেন এজাক সৰু ল'ৰা-ছোৱালীহে সিহঁত। কোনোবাটো সপোন আকৌ এটা মৌচাকৰ দৰে, ভিতৰত কোঁহে-কোঁহে অসংখ্য সপোন সোমাই থাকে। কিন্তু কেতিয়াবা কোনোবাটো সপোন ছিগি যায় আৰু আন এটা সপোনত সোমাই পৰে। আনটো সপোনৰ ভিতৰত হুমুনিকে সোমাইহে যেন সেইটো সপোনে উশাহ পায়। কিছুমান সপোনে ৰাতিৰ আঁচলত ধৰি ৰাউচি ধৰি থাকে, নিদ্ৰালৈ আহিবই নোৱাৰে। সপোনবোৰলৈ যে কিমান কি বস্তু আহে, জনা-নজনা, দেখা-নেদেখা, শুনা-নুশুনা, কত কিমান কি বস্তু— পাহাৰ, জুই, আকাশ, নক্ষত্ৰ, পৃথিৱী, নদী, গান গোৱা তিৰোতা, শিলবোৰ, সাপবোৰ, তৰাবোৰ, মাছবোৰ, জলকন্যা আৰু দেৱদূতবোৰ আৰু কত কিমান! সকলোৱে আহে নিদ্ৰাক জ্বলা-কলা কৰিবলৈ। ইমান সপোন, ইমান সপোন আছে পৃথিৱীত যে পৃথিৱীৰ নিদ্ৰাৰে নোজোৰেই
।'

চকু দুটা বহলকৈ মেলি মোৰ পিনে চাই তন্ময়ী বৰুৱা বৈ গৈছে। তেওঁ মোৰ ছবিৰ কন্‌টেণ্ট্ বুজিছেনে নাই নাজানো, কিন্তু তেওঁৰ চকুত অপাৰ বিস্ময় ছিটিকি পৰিছে।

'ফ্যাণ্টাষ্টিক্! ছবিৰ এনেকুৱা এটা বিষয়ো হ'ব পাৰে বুলি মই ভবাই নাছিলো। ইমান ব্যাপক বিষয় এটা মোৰ বুকুতে আঁকা যাবনে?' তন্ময়ী বৰুৱাই প্ৰশ্ন কৰিলে।

'আপোনাৰ পিঠিখনো লাগিব। বুকুত আৰম্ভ কৰিম, পিঠিত শেষ হ'ব।'

'কেতিয়া আৰম্ভ কৰিব কওক। মোক নিজকে ছবিৰ ৰূপত চাবলৈ বৰ মন গৈছে।'

'এতিয়াই, এই মুহূৰ্ততে আৰম্ভ কৰিব পাৰোঁ। কিন্তু আজি নকৰো

দিয়ক। আগতে আপোনাৰ মিষ্টাৰটো জে'লত সোমাওক। আন্ধাৰ হ'ল, আজি ঘৰলৈ যাওঁ।'

'ঘৰলৈ? আপোনাৰো ঘৰ আছে?'

'ওঁ   চন্দন কাঠৰ বাংলা। এদিন আপোনাক লৈ যাম দিয়ক।'

'সঁচাই?'

'সঁচাই।'

হে তন্ময়ী বৰুৱা, মোৰ চন্দন কাঠৰ বাংলা চাবলৈ তুমিও প্ৰতিভা ৰেষ্টুৰেণ্টৰ মাখিত উঠি যাব লাগিব। পাৰিবা?

## পাঁচ

প্ৰজ্ঞান মেধিয়ে তেওঁৰ হাত এখন তিনিবাৰমান মোৰ চকুৰ সমুখত জোকাৰি দিয়াৰ পাছতহে মই হাতখন দেখিলো। মেধিৰ চকুলৈ চালো।

'বাঃ, কি আচৰিত মানুহ। এনেকৈ উৰিব পাৰে? ক'লৈ গৈছিল?' প্ৰজ্ঞান মেধিয়ে মোৰ চকুত চকু থৈ সুধিলে।

'ছ'ৰি, মই কিবা এটা ভাবি আছিলো।' মই ক'লো।

'কি ভাবিছিলনো এনেকৈ? বাঃ ইমান সময়।'

'চাহকাপো শেষ নকৰিলে। লওক, চিগাৰেট এটা লওক' বুলি মেধিয়ে মোৰ হাতত চাৰমিনাৰ এটা দিলে। নিজেও জ্বলালে, মোৰ ওঁঠতো জ্বলাই দিলে। দীঘলকৈ টানি ধোঁৱাখিনি নাকেৰে উলিয়াই দিলো। প্ৰতিভা ৰেষ্টুৰেণ্টৰ মাখিটোৱে মোক ক'লৈ যে লৈ গৈছিল। কি এক অবাস্তৱ কাহিনীৰ মাজলৈ।

অবাস্তৱ কাহিনী? সেয়া সঁচাই অবাস্তৱ নেকি? যি জগতত মই এইমাত্ৰ ঘূৰি ফুৰিছিলো— সেয়া কি পাৰ্থিৱ জগত নহয়? পাৰ্থিৱ জগত তেনেহ'লে ইমান ক্ষুদ্ৰ নেকি? বাস্তৱতা জানো ইমান সীমিত। এয়া এটা মামুলি সত্য যে মাখি এটাই কেতিয়াও মানুহ এজনক উঠাই উৰি ফুৰিব নোৱাৰে— সেয়া বাস্তৱতা। কিন্তু এজন চিত্ৰকৰে মাখিৰ পিঠিত উঠি উৰি ফুৰিব পাৰে— সেয়াও বাস্তৱতা। যি আছে সেয়াই বাস্তৱতা নহয়। যি হ'ব সেয়াও বাস্তৱতা আৰু যি নহ'ব সেয়াও বাস্তৱতা। বাস্তৱতা কোনো পংগু

বস্তু নহয়। বাস্তৱতাৰো হাত-ভৰি আছে, গতি আছে। উৰি ফুৰিবলৈ দুখনি পাখি আছে। যদিও কিছুমানে পছন্দ নকৰিবও পাৰে বাস্তৱত উৰি ফুৰা!

টেবুলখনৰ ওপৰত দীঘল ছাইৰ টুকুৰা এটা সৰি পৰিল মোৰ আঙুলিৰ মাজত চেপা খাই থকা চিগাৰেটটোৰ জ্বলি থকা আগটোৰ পৰা। মোৰ অন্যমনস্কতাত চিগাৰেটটো নিজে নিজে পুৰি গৈছে, অৰ্থাৎ সি আত্মহনন কৰি গৈছে। তাৰ বাবে লোকচান যদি হৈছে মোৰেই হৈছে— দুই টানমানৰ। লগে লগে দীঘল দীঘলকৈ তাক টানিবলৈ ধৰিলো। মুখ ফুলাই ধোঁৱাবোৰক ধৰি ৰাখিলো কেইটামান মুহূৰ্ত। তাৰ পাছত নাকেৰে যিমান পাৰি লাহে লাহে এৰি দিলো। ধোঁৱাবোৰ প্ৰজ্ঞান মেধিৰ গাৰ পিনে গুচি গ'ল।

এই মানুহজন— যাৰ নাম প্ৰজ্ঞান মেধি— প্ৰজ্ঞান নহৈ অজ্ঞানো হ'ব পাৰিলেহেঁতেন। অজ্ঞান নহৈ বিজ্ঞান। বিজ্ঞানৰো আকৌ বহু ভাগ আছে, বহু নাম আছে— প্ৰাণী বিজ্ঞান, উদ্ভিদ বিজ্ঞান, ৰসায়ন বিজ্ঞান, মনোবিজ্ঞান আৰু কত কিমান নাম আছে বিজ্ঞানৰ। কিন্তু কোনোবাই নিজৰ সন্তানৰ নাম ৰসায়ন বিজ্ঞান বা উদ্ভিদ বিজ্ঞান বা মনোবিজ্ঞান ৰাখেনে? সকলোৱে জানে কিয় নাৰাখে। তাকে সংস্কাৰ বুলি ক'বলৈ টান পায়। সেয়ে মানুহজন প্ৰজ্ঞান হ'ল। মেধিৰ বংশৰ প্ৰজ্ঞান বাবে প্ৰজ্ঞান মেধি— মোৰ সমুখত বহি আছে।

মাথোঁ এঘণ্টামানৰ চিনাকি। এঘণ্টামানৰ আত্মীয়তা। এই আত্মীয়তা বঢ়াই নিব পাৰি নতুবা ইয়াতেই শেষ কৰিবও পাৰি। প্ৰতিভা ৰেষ্টুৰেণ্টৰ কাউণ্টাৰত সেই দাড়ি নগজাটোক টকা ৪ টা দি 'ল'গ পাম কেতিয়াবা' বুলি দুয়ো দুইফালে গুচি যাব পাৰোঁ। হয়তো সেয়াই ভাল আছিল। কিন্তু মই তেওঁক তেনেকৈ এৰি দিব নোৱাৰো। তেওঁনো কি জীৱন কটাইছে তাৰ প্ৰতি এক অহেতুক তৃষ্ণা খেলি গ'ল মনত।

'প্ৰদীপ! আৰু দুকাপ চাহ আন'— মই চিঞৰিলো।

প্ৰজ্ঞান মেধিয়ে মোৰ মুখলৈ চাই আছে। তেওঁৰ দৃষ্টি মোৰ ভিতৰলৈ সোমাই গৈছে। তেওঁ মোৰ মুখত কিবা যেন সন্ধান কৰিছে। যিমানে সন্ধান নকৰক, তেওঁ ঢুকি নাপাব মোৰ অস্থিৰতা। মই মোক ক'ত এৰি থৈ নে কাৰোবাক দি থৈ আহিছোঁ নিজেই নাজানো। তেওঁনো জানিব

কেনেকৈ?

'কি চাই আছে মোৰ মুখলৈ?' মই সুধিলো।

'আপুনি আকৌ উৰিব যেন পাইছোঁ।'

প্ৰদীপে লাল চাহ দুকাপ দি সুধিলে, 'দাদা, কাটা নিম্‌কি দিম?'

'নালাগে দে।' মই ক'লো।

দুয়ো চাহত চুমুক দিলো। আৰু প্ৰজ্ঞান মেধিক উদ্দেশ্যি মই ক'লো— 'কওক, আপোনাৰ কথা কওকচোন!'

'কি কথা ক'ম?'

'সামাজিক কথাবোৰ নালাগে। সেইবোৰ কমন। ব্যক্তিগত কথাবোৰ কওক। এই ধৰক বিয়া-চিয়া, প্ৰেম-তেম, তেনেধৰণৰ?'

'সেইবিলাক হৈ গ'ল। প্ৰেম হ'ল, তেম হ'ল, বিয়া হ'ল, চিয়া হ'ল।'

'মানে?'

'মানে আৰু কি। প্ৰেম হ'ল, তাৰ পাছত তেম হ'ল— মানে ছেক্স হ'ল। বিয়া হ'ল, তাৰ পাছত চিয়া হ'ল— মানে ডিভোৰ্চ হ'ল। ফুল্ ফ্লেজেড মেন্।'

'ইচ্, কওকচোন কিয় এনে হ'ল?'

'কি ক'ম আৰু, এইবোৰ হয়েই। প্ৰকৃততে মই তেওঁৰ যোগ্য নাছিলো। সেয়ে তেওঁ অযোগ্যক এৰি দিলে— সাধাৰণ কথা, সেইটোৱে নিয়ম। কিন্তু এসময়ত মই তেওঁৰ যোগ্য আছিলো। মোক বিচাৰি তেৱেঁই মোৰ কাষলৈ প্ৰথম আহিছিল। মই তেওঁক বিচাৰি যোৱা নাছিলো। তেৱেঁই মোক বিচাৰি আহি মোৰ নিৰ্জনতাৰ দুৱাৰত টুকুৰিয়াইছিল। তাৰ পাছত এদিন তেওঁ মোৰ পঢ়া টেবুল, চকী, মেজ, বিছনা আৰু মোৰ আচবাব-পত্ৰত পৰি থকা নিৰ্জনতাবোৰ কমালেৰে মচি দিছিল। তেওঁ নিৰ্জনতাক বেয়া পাইছিল। আৰু নিৰ্জনতাক মোৰ পৰা আঁতৰাই ৰাখিবলৈ গোটেই দিনটো তেওঁ মোৰ কাষে-কাষে ছাঁৰ দৰে ঘূৰি ফুৰিছিল। যিখিনি সময় তেওঁ মোৰ কাষত নাথাকে, সেইখিনি সময়তো থাকে তেওঁৰ স্মৃতি আৰু প্ৰেমৰ চিঠিবোৰ। তেওঁ যি লিখিছিল তাকে মই বিশ্বাস কৰিছিলো। কাৰণ মই ভাবিছিলো প্ৰেম মানে বিশ্বাস। তেওঁ কৈছিল যে ময়ে তেওঁৰ প্ৰথম

আৰু শেষ পুৰুষ। তেওঁৰ চিঠিবোৰৰ উত্তৰ দিবলগা নহৈছিল, কাৰণ তেওঁ মোৰ মনৰ কথাবিলাক অৰ্থাৎ যিবোৰ মই তেওঁলৈ লিখিব লাগিছিল, সেইবোৰ তেওঁ নিজেই মোক লিখি জনাইছিল। তেওঁ মোৰ ভিতৰখন দেখা পাইছিল। সেইবোৰ আছিল কলেজীয়া দিনৰ কথা ...'

প্ৰজ্ঞান মেধি অকণমান ৰ'ল। গিলাছত থকা শেষ চাহখিনি ঘোট্‌কৈ গিলিলে। মই ইতিমধ্যে চিগাৰেট এটা জ্বলাই লৈছিলোৱেই। প্ৰজ্ঞান মেধিয়েও এটা জ্বলালে আৰু দুটামান টান মাৰি পুনৰাই ক'বলৈ ধৰিলে—

'মই ডিগ্ৰী নিদিলো। কেৰাণীৰ চাকৰি এটা পাই সোমাই গ'লো। তেওঁ ডিগ্ৰী লৈ ইউনিভাৰছিটি পালেগৈ। সঁচা অৰ্থতে তেওঁ আছিল ধুনীয়া। তাতে তেওঁ আকৌ সাহিত্য, চিত্ৰকলা, নৃত্য-গান আদিৰ অনুৰাগী আছিল। সেয়ে বহু প্ৰতিভাবান যুৱক তেওঁৰ প্ৰতি হৈছিল আকৰ্ষিত। তেওঁ এম এ পাছ কৰাৰ পাছত কাম এটা হৈ থাকক বুলি কৰ্ট মেৰেইজ কৰালো। কোনেও গমেই নাপালে। এদিন তেওঁ কলেজ এখনত চাকৰি পাই তেজপুৰ পালেগৈ। দুয়ো লগা-লগি হৈ থাকোঁ। তেতিয়া আমাৰ সৰু সৰু সপোন ৰচনা কৰাৰ সময়। মাজতে তেওঁৰ মাক মৰিল। মৃত্যুৰ সময়ত কোনো নাছিল তেওঁৰ মাকৰ কাষত। কাষত আছিলো কেৱল মই। হাস্পতালৰ বেডত মাক দুদিন অচেতন হৈ পৰি আছিল। মৰিবৰ দিনাখন মাকৰ নিথৰ শৰীৰটোৰ পৰা দুটামান মুহূৰ্তৰ বাবে হাত এখন জীৱন্ত হৈ উঠিছিল। মই মোৰ হাত এখন তেওঁৰ হাতৰ মাজত গুঁজি দিছিলো। কিবা এক বেদনাত মানুহজনী ছাটি-ফুটি কৰিছে। মোৰ হাতখন তেওঁ খামুচি ধৰিলে। ওঁঠটো তেওঁৰ কপি উঠিল— তেওঁ কিবা ক'ব খুজিছে। মই তেওঁৰ মুখৰ ওপৰত হাউলি পৰিলো। খীণ মাত এটা তেওঁৰ ভিতৰৰ পৰা ওলাই আহিল। তেওঁৰ জীৱনৰ শেষ কথাখিনি আছিল এনেধৰণৰ— 'তাই তোমাৰ লগত সুখী নহয়। তুমি যদি তাইক ভাল পাইছিলা .. তাই যেনেকৈ বিচাৰে তেনেকৈ কৰিবা ...।' শেষ। সেইদিনা সেই কথাৰ কোনো মৰ্ম মই বিচাৰি পোৱা নাছিলো, মই ভাবিছিলো সেয়া আছিল মাকৰ ভ্ৰম।'

দুয়োৰে ওঁঠৰ চিগাৰেট ছাইত পৰিণত হ'ল। চিনেমাৰ কথা পাতি থকা ল'ৰা চাৰিটা কেতিয়া উঠি গ'ল গমেই নাপালো। প্ৰদীপে আমাৰ

সমুখত পৰি থকা চাহৰ খালী গিলাছকেইটা উঠাই লৈ গ'ল। আকৌ এহাল ল'ৰা-ছোৱালী প্ৰতিভা ৰেষ্টুৰেণ্টৰ ভিতৰলৈ সোমাই আহিল। দেখাই-শুনাই দুয়োকো চাকৰিজীৱী যেন লাগিছে। সিহঁতে সেই চাৰিটা ল'ৰাই আড্ডা দি এৰি যোৱা টেবুলখন সমুখত লৈ বহি পৰিল। সিহঁতৰ দুয়োৰে দুয়োকাষে দুখন চকী খালী হৈ পৰি থাকিল। খালী হৈ থাকিলেও সিহঁতহাল উঠি নোযোৱালৈকে তাত কোনো নবহে। কিয় নবহে সকলোৱে জানে। সেইখিনিত মানৱতা লুকাই থাকে। সিহঁতে প্ৰেমৰ কথা নাপাতিবও পাৰে। সিহঁতৰ প্ৰেমৰ কথা চাগে' কৈ কৈ শেষ হ'ল। এতিয়া সৰু সৰু কিছুমান সপোন ৰচনা কৰাৰ সময় আহিছে হয়তো, যিবোৰ সপোনে প্ৰেমৰ গাত ভেজা দি নাথাকিবও পাৰে।

'আপুনি অন্য কিবা ভাবি আছে?' প্ৰজ্ঞান মেধিয়ে ক'লে। মই মিছা মাতিলো— 'নহয়, আপুনি কোৱা কথাখিনিকেই আৰু এবাৰ যুকিয়াই লৈছোঁ। কওক, তাৰ পাছত কি হ'ল? মাক মৰাৰ পাছত—'

'মাক মৰাৰ দুমাহমানৰ পাছত তেওঁৰ পৰা এখন চিঠি পালো। তেওঁ তাত লিখিছিল যে আমাৰ বিয়াৰ ডিচিছনটো ভুল হৈছিল। তেওঁ হেনো কৰ্ট মেৰেইজ বিচৰা নাছিল। আনকি তেওঁ লিখিছিল যে মোৰ স'তে হেনো তেওঁৰ প্ৰেমো নাছিল। তেওঁ কিয় সেইবোৰ লিখিছিল মই বুজা নাছিলো। গোটেই চিঠিখন তেওঁৰ ভিতৰৰ কিবা এক অস্থিৰতাৰে ভৰি আছিল। চিঠি পায়েই মই তেজপুৰ পালোগৈ। তেওঁ সেই সময়ত কলেজত আছিল। মই কলেজত ওলালোগৈ। তেওঁৰ ব্যৱহাৰবো বিৰাট পৰিবৰ্তন দেখিলো। তেওঁ লগৰ লেকচাৰবোৰক মোৰ লগত চিনাকি কৰাই দিলে 'বন্ধু' বুলি। বন্ধুতো মই আছিলোৱেই, কিন্তু তেওঁৰ বাবে মোৰ আন এটা পৰিচয়ো আছিল। মই যেতিয়া তেওঁক সুধিলো— প্ৰেম নহয় যদি আমাৰ মাজত সম্পৰ্ক আছিল কিহৰ? তেওঁ ক'লে—

'নহয়, সেয়া প্ৰেম নহয়। সেয়া কিছুমান আনন্দৰ মুহূৰ্ত আছিল। ইজনে সিজনক দিয়া সংগৰ পৰা হোৱা আনন্দ। তাৰ বাহিৰে আন একো নহয়। তাকে আমি প্ৰেম বুলি ভাবোঁ।'

'তেনেহ'লে আমি যি কৰিছিলো সেয়া সকলো মিছা আছিল?'

'মই তোমাক নিৰ্জনতাৰ পৰা ৰক্ষা কৰিছিলো, আৰু তুমিও কৰিছিলা মোক। আমি ঠিক বয়সতে অৰ্থাৎ উপযুক্ত সময়তে নিৰ্জনতাক আমাৰ পৰা আঁতৰাই ৰাখিছিলো। তাতকৈ আৰু কি লাগে? সেই কাৰণতে দুয়ো দুয়োৰে প্ৰতি কৃতজ্ঞ হ'ব পাৰি, কিন্তু তাৰ কাৰণে ক'ৰ্ট মেৰেইজ কৰাটো, বিয়া কৰাই সংসাৰ পতাটো মূৰ্খামি— এটা ডাঙৰ ভুল।'

'আমাৰ মিলা-মিছাটো লিগেল্ কৰি ল'বৰ বাবে। তাৰ অৰ্থতো আজীৱন মিলা-মিছা নহয়। সেয়াও ভুল আছিল। এতিয়া সেই ভুল শুধৰাব লাগে। গতিকে ডিভোৰ্চ হৈ গ'লেই হ'ল। আদালতৰ চাব-মোহৰ মৰা এখন কাগজে এহাল মানুহক আজীৱন সংগী কৰি ৰাখিব নোৱাৰে। গতিকে আন এখন চাব-মোহৰ মৰা কাগজে আগৰ কাগজখনক নাকচ কৰাৰ ব্যৱস্থাও আছে।' তেওঁ ক'লে।

'তেনেহ'লে এতিয়া কি হ'ব?' মই সুধিলো।

'ডিভোৰ্চ।' তেওঁ স্পষ্টভাৱে ক'লে।

'ইমান সহজতে ক'ব পাৰিলা?'

'তুমি ভবাৰ দৰে জীৱনটো ইমান ছিৰিয়াছ বস্তু নহয়। জীৱনটো এটা খেলাহে। জীৱনটো যাপন কৰিবলৈ হ'লে সেই খেলা খেলিবই লাগিব।"

প্ৰজ্ঞান মেধিয়ে কৈ গ'ল—

'তাৰ পাছত এদিন আমাৰ ডিভোৰ্চ হৈ গ'ল। মোৰ চকী-মেজ-বিছনা আৰু আচবাব-পত্ৰত আকৌ নিৰ্জনতাই বাহ ল'লে। তেওঁৰ ওপৰত মোৰ কোনো অভিযোগ নাই। তেওঁ কোৱা কথাবোৰ মিছা নহয়। আজিকালি হেনো পোষ্ট-মডাৰ্ণিজমৰ যুগ। তেওঁ সেই যুগৰ নাৰী। মই হ'ব নোৱাৰিলো, মোৰ উত্তৰণ নহ'ল। সেয়া মোৰেই দুৰ্ভাগ্য। মোৰ দুৰ্ভাগ্যৰ কাৰণে আনৰ ভাগ্যক মই ধিক্কাৰ নিদিওঁ...'

কথাবোৰ কৈ থাকোঁতে প্ৰজ্ঞান মেধি অকণো আবেগিক হোৱা নাই। ধীৰ-স্থিৰভাৱে সাৱলীল ভংগীত কথাবোৰ কৈ গৈছে। কি আচৰিত। যাৰ আগত তেওঁ কথাবোৰ কৈ গৈছে, সেই মানুহজনৰ সৈতে তেওঁৰ চিনাকি মাথোঁ ডেৰ-দুই ঘণ্টাৰ। কিমান অকপটভাৱে তেওঁ মোক তেওঁৰ কথাবোৰ

কৈছে বাৰু? তেওঁ যেনেকৈ কৈছে তেনেকৈ মই মোৰ কথাবোৰ কাৰোবাক ক'ব পাৰিমনে?

## ছয়

মোৰ দেউতা আছিল এজন কৃষি বিষয়া। তেওঁ কিয় কৃষি বিষয়া হ'ল, কৃষি বিষয়া নহৈ শিক্ষা বিষয়া নহ'ল কিয়— তাৰ কোনো নিৰ্ভৰযোগ্য কাৰণ নাই। দেউতাৰ জীৱনৰ উদ্দেশ্য নিশ্চয় কৃষি বিষয়া নাছিল। কিন্তু দেউতাই হেনো স্কুলৰ পৰীক্ষাত 'তোমাৰ জীৱনৰ লক্ষ্য' ৰচনা লিখিব দিওঁতে তেওঁৰ জীৱনৰ লক্ষ্য স্কুলৰ 'শিক্ষক হোৱা' বুলি লিখিছিল। মিছাই লিখিছিল, কেৱল পৰীক্ষাত বেছি নম্বৰ পাবৰ বাবে লিখিছিল। স্কুলৰ শিক্ষক হোৱাৰ লক্ষ্যৰ কথা লিখিলে পৰীক্ষা বহী চোৱা শিক্ষকসকলৰ পৰা ওপৰঞ্চি অলপ সহানুভূতি বা পুতৌ লাভৰ আশা থাকে। শিক্ষকসকলে ছাত্ৰৰ পৰীক্ষা বহীত নিজৰ বৃত্তিৰ গুণানুকীৰ্তন পঢ়িবলৈ আনন্দ পাবই। সেই স্বাভাৱিক দুৰ্বলতাৰ কথা দেউতাই কেনেবাকৈ গম পাইছিল, যাৰ তেওঁ সৎ ব্যৱহাৰ কৰিব পাৰিছিল। সেয়ে ক্লাছৰ ভিতৰতে ৰচনা লিখাত আটাইতকৈ বেছি নম্বৰ পাইছিল হেনো। মোকো দেউতাই ৰচনা লিখাৰ সেই কৌশল শিকাইছিল। মোৰ জীৱনৰ লক্ষ্য 'এজন আদৰ্শ শিক্ষক হোৱা' বুলি লিখি তলত আঁচ টানি দিছিলো— আগুৱাৰ লাইন। ক্লাছৰ ভিতৰত ময়েই কিন্তু ৰচনাত আটাইতকৈ কম নম্বৰ পাইছিলো। তাৰ কাৰণ হয়তো হ'ব পাৰে— আমাৰ দিনত আমাৰ শিক্ষকসকলে নিজৰ বৃত্তিটোক নিজেই ভাল নোপোৱা হৈ আহিছিল। অন্য কাৰণো থাকিব পাৰে। কিন্তু নম্বৰ কম পোৱাৰ প্ৰধান যদি কিবা কাৰণ আছিল সেয়া হ'ল মোৰ দুৰ্বল প্ৰকাশভংগী।

যি নহওক, দেউতাও শিক্ষক নহ'ল। ময়ো নহ'লো। তথাপি দেউতাতো কিবা এটা হ'লেই— কৃষি বিষয়া। মই কি হ'লো?

অৱশ্যে মোৰ হ'বলগা একো নাছিল। মোৰ জন্মই হ'বলগা নাছিল। সেই কথা মোৰ উনত্ৰিশ বছৰ বয়সত মই গম পাইছিলো।

ভৰ দুপৰীয়া। দেউতা ঘৰত নাই। অফিচত। আমি, অৰ্থাৎ মা আৰু

মই ভাতৰ পাতত বহিছোঁ। দেউতাৰ কোঠালিত কেৰেক্‌কৈ কিবা এটা ভাগি পৰাৰ শব্দ শুনি দুয়ো দুয়োৰে মুখলৈ চালো। দুয়ো খোৱা কাঁহী-বাটি আধা খোৱাতে এৰি দেউতাৰ কমলৈ দৌৰি গৈ দেখোঁ যে দেউতাৰ আলমাৰীটোৰ পিছফালটো ভাগি বাগৰি পৰিছে। গোটেই পিছফালটো ঘূণে খাই পেলাইছে। মজিয়াত বাগৰি পৰিছে কেইটামান ফাইল আৰু ডায়েৰী। মায়ে ততাতৈয়াকৈ মুখখন ধুই আহি ডায়েৰীকেইখন তুলি জোকাৰি সামৰি ল'লে আৰু সেইবোৰ মাৰ বিছনাখনৰ ফালে লৈ গ'ল।

সেই কাঠৰ আলমাৰীটোৱে দেউতা আৰু মাৰ বিছনা দুখনৰ মাজত এখন পাৰ্টিচনৰ নিচিনা কাম কৰিছিল। মাৰ বিছনাৰ কাষতে যদিও এখন খিৰিকী আছিল, আমি সেই খিৰিকীখন কেতিয়াও খোলা অৱস্থাত দেখা নাছিলো। সেয়ে মাৰ বিছনাৰ সেই ঠাইখিনি আছিল আন্ধাৰ। মায়ে সেই ডায়েৰীবোৰ তেওঁৰ বিছনাখনৰ আন্ধাৰখিনিত থ'লে। দেউতাকৰ ডায়েৰী সন্তানহঁতে পঢ়িব নাপায় বুলি মাই কিবা কাৰণত জানিছিল। সেয়ে মায়ে কৈছিল— 'থাওক দে, সেইবোৰ নুচুবি, দেউতাৰৰ বস্তু।'

যদিও মায়ে মোক দেউতাৰ সেই আলমাৰীটোৰ কাষলৈ যাবলৈ বাৰণ কৰিছিল আৰু অতি সাৱধানতাৰে ডায়েৰীবোৰ নি মাৰ বিছনাৰ সংৰক্ষিত এলেকাত ৰাখিছিল, তথাপি এখন ডায়েৰী কেনেবাকৈ আলমাৰীটোৰ তলৰ পিনে সোমাই পৰিছিল। এই আলমাৰীটোত থকা অদৃশ্য বস্তুবোৰৰ প্ৰতি জন্মজাত এক কৌতূহল পুহি ৰাখিছিলো। আজি সেই কৌতূহলটোৱে উক দি উঠিল। ছেগ বুজি আলমাৰীটোৰ তলত থকা ডায়েৰীখন মনে মনে মই তুলি আনিলো আৰু মোৰ কোঠালিত সোমাই দুৱাৰৰ অৰ্গল মাৰি দিলো।

গেৰুৱা ৰঙৰ ডায়েৰীখনৰ ক'ভাৰত লিখা আছিল 1964 ...। সেমেকা মাটি মাটি এটা গোন্ধ ডায়েৰীখনৰ পৰা ওলাই আহিছিল। মই পাত লুটিয়ালো— ১ জানুৱাৰী : পাতটো খালী, একো লিখা নাই। পাত লুটিয়ালো— ২ জানুৱাৰী : অফিচত নতুন বছৰ উদ্‌যাপনাৰ্থে ভোজ। দেউতাই লিখিছে— 'আজি গোটেই দিনটো বৰ আনন্দেৰে পাৰ হৈছোঁ।' পাত লুটিয়ালো— ৩ জানুৱাৰী : পাতটো খালী। ৪ জানুৱাৰী : খালী।

৫ জানুৱাৰী ঃ খালী। ৬ জানুৱাৰী ঃ খালী    । ডায়েৰীখন অকণমান ভাঁজ কৰি শেষৰ পিনৰ পৰা চাবলৈ ধৰিলো— বুঢ়া আঙুলিটোৰ এক বিশেষ হিচাপত ধৰি শেষৰ পৰা  এটা এটাকৈ পাতবোৰ যাবলৈ দিলো। যিটো পাতত দেখিলো দেউতাৰ হাতৰ আখৰ, তাতে বৈ পঢ়ি চালো। ক'ৰবাত ক'ৰবাত টকা-পইচাৰ হিচাপ, ক'ৰবাত ক'ৰবাত কিছুমান সাংকেতিক চিহ্ন— সেইবোৰ ওপৰে ওপৰে পঢ়ি গ'লো। অধিকাংশ পাতেই খালী। দেউতাই ৰেগুলাৰ ডায়েৰী লিখা নাছিল।

এটা পাতত মই থমকি ৰ'লো। ১৩ অক্টোবৰ। দেউতাই লিখিছে— 'আজি আমাৰ চতুৰ্থ সন্তানৰ জন্ম হৈছে। জানকীয়ে এটা পুত্ৰ সন্তান প্ৰসৱ কৰিলে। ডাঃ যোগেন শইকীয়াক মাতিছিলো— ঘৰতে হ'ল। জানকীৰ ব্লিডিং কিছু বেছি হৈছিল। চেলাইন-বেজী ল'বলগা হ'ল। আমাৰ কাৰো মনত অকণো ফূৰ্তি নাই, কাৰণ এই জানোৱাৰটোক আমি বিচৰা নাছিলো।'

ময়েই আছিলো সেই জানোৱাৰটো। দেউতাৰ চতুৰ্থ সন্তান। ১৩ অক্টোবৰ, ১৯৬৪ চনত মোৰ জন্ম হৈছিল।

মই বিচলিত হৈ পৰিলো। এবাৰ দুবাৰ তিনিবাৰ নহয়, মই কেবাবাৰো পঢ়িলো কথাখিনি। 'সেই জানোৱাৰটো আমি বিচৰা নাছিলো—' কথাখিনি এটা গুলীৰ দৰে মোৰ মূৰত সোমাই গ'ল।

আকৌ বুঢ়া আঙুলিটোৰে আগৰ দৰে ডায়েৰীখনৰ পাতবোৰ এটা এটাকৈ সৰকি যাবলৈ দিলো। দুই-এঠাইত সৰু-সুৰা কিবাকিবি লিখা থকা যদিও দেখিলো, সেইবোৰলৈ মই মন নিদিলো। মই ভাবিছিলো আৰু ক'ৰবাত কিবা সাংঘাতিক কথা লিখা থাকিব পাৰে।  মোৰ চকুৱে সেই সাংঘাতিক কথাবোৰ বিচাৰি ফুৰিছিল।

জুন মাহৰ ৬ তাৰিখৰ এটা পাতত মোৰ চকু আকৌ থমকি ৰ'ল— জানকীৰ পাঁচ মাহ। ডাঃ শইকীয়াৰ ওচৰলৈ লৈ গ'লো ৰাছ্ কৰাবৰ বাবে। ডাঃ শইকীয়াই কোনোপধ্যে নকৰে। পাঁচ মাহত ৰাছ্ কৰাটো মাকৰ বাবে হেনো বৰ ৰিস্কী, মাক মৰিও যাব পাৰে ...। বিভিন্ন ব্যস্ততাৰ বাবে ডাক্তৰৰ ওচৰলৈ যাবৰ সময় উলিয়াব পৰা নাছিলো। এতিয়া আৰু উপায় নাই, ৰাখিবই লাগিব গলগ্ৰহটো।

মোৰ চকুৰ সমুখত ভাহি উঠিল এটা দৃশ্য ঃ

ডাঃ শইকীয়াৰ চেম্বাৰ। চেম্বাৰটোত দুটা কোঠালি। সমুখৰ কোঠালিটোত ৰোগীসকল বহিবৰ বাবে কেইখনমান বেঞ্চ বেৰত লগাই পাৰি থোৱা আছে। ভিতৰৰ কোঠালিটোত ডাক্তৰে ৰোগী চায়। দুয়োটা কোঠালিৰ মাজৰ দুৱাৰখনৰ ওপৰত এখন ফলকত লিখা আছে— 'কীপ ছাইলেণ্ট'।

সেইখন লিখা থকা কাৰণেহে কোঠালিটোত বহি থকা ৰোগীবোৰ মৌন হৈ আছে বুলি নিশ্চিত হ'ব নোৱাৰি। কিন্তু ৰোগীসকল কিবা কাৰণত মৌন হৈ আছে। প্ৰত্যেকে হয়তো নিজৰ নিজৰ সমস্যাৰ গভীৰতা এই কোঠালিটোত বহি নতুনকৈ উপলব্ধি কৰিবলৈ ধৰিছে। কোনোবাজনীয়ে হয়তো নিজৰ পেটটো আন এজনীৰ পেটৰ উচ্চতাৰ লগত ৰিজাই চাইছে। কোনোবা জনীয়ে হয়তো আনজনীৰ পেটটো লক্ষ্য কৰি অনুমান কৰিবলৈ চেষ্টা কৰিছে— তাইৰ ল'ৰা হ'ব নে ছোৱালী? কেইমাহ চলি আছে বাৰু? আঠ মাহ নে ন মাহ? যদি দেখে পেটটো অলপ বেছি ডাঙৰ, নিজকে প্ৰত্যয় নিয়াইছে যে ল'ৰা হ'ব, অৱশ্যে যঁজাও হ'ব পাৰে। ভাবিছে— তাই মাটি খায় নেকি বাৰু? যদি মাটি খায়, তেতিয়াতো ল'ৰা হ'বই। তাই মাটি খায় নে নাখায় সেই কথাতো আৰু সুধিব নোৱাৰি! .

জানকী, অৰ্থাৎ মোৰ মাও বহি আছে এখন বেঞ্চত। মাৰো পেটটো অলপ ডাঙৰ হোৱা বাবে মাই ৰাজহাড পোন কৰি বহিছে। মাৰ পেটটোলৈ আনবোৰ তিৰোতাই যদিও লক্ষ্য কৰিছে, পেটটোৱে কাকো আকৰ্ষণ কৰিব পৰা নাই। কাৰণ সেই পেটটোত মই সোমাই থাকিবৰ মাত্ৰ পাঁচ মাহহে হৈছে। সেয়ে সেই পেটটোৰ প্ৰতি আনবোৰ তিৰোতাৰ মনত কোনো কৌতূহল নাই বুলিবই পাৰি। আৰু যদি কাৰোবাৰ কিবা কৌতূহল আছিলো, তেতিয়াও তেওঁলোকে অন্ততঃ ইমানখিনি কল্পনা কৰিব নোৱাৰিলেহেঁতেন যে জানকীয়ে তেওঁৰ পেটৰ ভিতৰত থকা সেই গলগ্ৰহটোৰ বাবেহে ডাক্তৰৰ ওচৰলৈ আহিছে!

যিয়ে জানকীৰ এনে অৱস্থা কৰিলে, তেওঁ অৰ্থাৎ মোৰ দেউতাই বাহিৰত চিগাৰেট হুপিছে। ছিৰিয়েল নাম্বাৰ মতে ৰোগীসকলে ডাক্তৰৰ

ৰোগী চোৱা কোঠাত সোমাইছে। এজনী ৰোগী ওলালে আনজনী ৰোগী সোমাই। অৱশ্যে প্ৰত্যেক ৰোগীৰ লগতে একোজনকৈ নিৰোগী(?)ও আছে। সেই নিৰোগীবোৰৰ বেছিভাগেই ৰোগীৰ গিৰিয়েক আৰু মাকজাতীয় মানুহ। জানকীৰ ছিৰিয়েল নাম্বাৰ আহি পোৱা নাই। চিগাৰেটৰ ধোঁৱাৰ মাজতো দেখা গৈছে দেউতাৰ মুখৰ অতৃপ্তি।

ৰোগী বহা কোঠালিটোত যিসকল বহি আছে, যিসকলে ডাক্তৰক নিজৰ নিজৰ সমস্যাবোৰ জনাবলৈ বা দেখুৱাবলৈ আহিছে, তেওঁলোকক যদিও আমিও ৰোগী বুলি কওঁ— আচলতে সেই সকলোবোৰেই ৰোগী নহয়। যিসকল স্ফিতোদৰা, যাৰ গৰ্ভত কোনো শিশুভ্ৰূণে থিতাপি লৈছে বা বাস কৰিছে— তেওঁলোকক ৰোগী বুলিব নোৱাৰি। কাৰণ, গৰ্ভাৱস্থা কোনো ৰোগ নহয়। ই এক প্ৰাকৃতিক ঘটনা। তিৰোতাবোৰে যিবোৰ সমস্যা ডাক্তৰক জনাবলৈ আহিছে, সেইবোৰ কেৱল গৰ্ভাৱস্থাৰ লক্ষণহে। আৰু আমি সেইবোৰকে অসুখ বুলি ভাবো।

আৰু এই যে বেঞ্চ এখনত বহি আছে জানকী, যি তেতিয়ালৈকে মোৰ মা হোৱাৰ দুৰ্ভাগ্য অৰ্জা নাই, তেওঁ— তেওঁক জানো ৰোগী বুলিব পাৰি? তেওঁতো এটা হত্যাকাণ্ডৰ বাবে আহিছে। তেওঁৰ পেটত থকা সেই পাঁচমহীয়া সন্তানটোক হত্যা কৰাবৰ বাবে। কাৰণ চতুৰ্থ সন্তান তেওঁলোকৰ কাম্য নহয়। চতুৰ্থ সন্তান জন্ম হ'লে তেওঁলোকৰ পৃথিৱীখন যেন ওলট-পালট হৈ যাব।

জানকীৰ ছিৰিয়েল নাম্বাৰটো আহিল। দেউতাৰ ইংগিতত মা থিয় হ'ল আৰু দেউতাৰ পিছে পিছে ডাঃ শইকীয়া নামৰ নৰখাদকটোৰ কোঠালিত প্ৰৱেশ কৰিলে।

'কি সমস্যা কওকচোন?' ডাক্তৰে দুয়োজনলৈ চাই প্ৰশ্ন কৰিলে।

দেউতাই ক'বলৈ ধৰিলে— 'এওঁৰ পাঁচমাহ চলি আছে। কিন্তু আমি এইটো বিচৰা নাছিলো। আমাৰ ইতিমধ্যে তিনিটা ল'ৰা আৰু এজনী ছোৱালী আছেই। পঞ্চম সন্তান আমাক একেবাৰে নালাগে। এওঁৰ স্বাস্থ্যও ভাল নহয়। আপুনি কিবা এটা কৰক।'

জানকীয়ে দেউতাৰ মুখলৈ অবাক হৈ চালে— ইমান সুন্দৰকৈ, ইমান

স্পষ্টভাৱে দেউতাই মিছা মাতিব পাৰে। তেওঁলোকৰ দুটা ল'ৰা আৰু ছোৱালী এজনীহে। দেউতাই ক'লে— তিনিটা ল'ৰা, ছোৱালী এজনী। জানকীৰ পেটত থকা চতুৰ্থটোক ক'লে পঞ্চম বুলি।

ডাক্তৰে মালৈ চাই প্ৰশ্ন কৰিলে— 'আপোনাৰ শেষ মাহেকীয়া হৈছিল কেতিয়া?'

মায়ে ক'লে— 'তিনি জানুৱাৰীত।'

ডাক্তৰে কিবা হিচাপ কৰিলে আৰু ক'লে— ওঁ... ওঁ... পাঁচ মাহ চলি আছে। অসম্ভৱ। এতিয়া আৰু এবৰ্চন কৰিব নোৱাৰি।' তাৰ পাছতে ডাক্তৰে অলপমান সময় মূৰ জোকাৰিলে, যাৰ ভাষা— নহ'ব নহ'ব।

'নহয় ডাক্তৰ কিবা এটা কৰক। যিমান মূল্যৰ বিনিময়তে নহওক, কিবা এটা কৰক। মুঠতে আমি আৰু এটা বাচ্চা জন্ম দিবৰ বাবে বৰ অনিচ্ছুক।' দেউতাই অনুনয় কৰি ক'লে।

'অনিচ্ছুক যদি সেইবিলাক কৰোঁতেই ভাবিব লাগিছিল। আৰু এতিয়া ইমান দেৰী কৰি পেলালে যে একো কৰাৰ উপায় নাই।' নৰখাদকে ক'লে।

এই নৰখাদকটো আজি মহাপুৰুষ হৈ গ'ল— মায়ে ভাবিলে, আৰু মাৰ মুখখন ঢেলা পৰিল। হাত এখন মাৰ আপোনা-আপুনি পেটৰ ওপৰত গৈ ৰ'লগৈ। যেন মই মাৰ পেটৰ ভিতৰৰ পৰা তেওঁলোকৰ কথা-বতৰাহে শুনি আছিলো— যাক সেই হাতখনে বাধা দিবলৈ চেষ্টা কৰিছে।

'কি হ'ব এতিয়া? মই ইয়াক লৈ ফুৰিব নোৱাৰো।' দেউতাৰ মুখলৈ চাই জানকীয়ে ক'লে।

'ৰ'বাচোন, কিবা এটা হ'ব নহয়। ডাক্তৰ। কিবা এটা আপুনি কৰিবই লাগিব। এইটো ৰাখিবলৈ হ'লে আমাৰ ঘৰখনত বৰ অশান্তিৰ সৃষ্টি হ'ব। প্লীজ ডাক্তৰ, ডু ছামথিং।'

'নাথিং টু ডু। এতিয়া কৰিবলৈ একো নাই। ডাক্তৰী লাইনৰ কথা আপোনালোকে নুবুজিব। এতিয়া কিবা কৰিবলৈ যোৱাটো মাকৰ বাবে বিপজ্জনক। বাচ্চা মাৰিব যাওঁতে মাকে মৰি থাকিব পাৰে—' ডাক্তৰে ছিৰিয়াছ হাঁহি এটা হাঁহি দেখুৱালে। আকৌ ক'লে— 'পইচাৰ বিনিময়তো

ইমান ৰিস্ক মই ল'ব নোৱাৰিম। কোনো ডাক্তৰেই এনেকুৱা ৰিস্ক নলয়।'

'তেতিয়াহ'লে আৰু একো উপায় নাই?' দেউতাই সুধিলে।

'নাই, মই এটা ঔষধ লিখি দিছোঁ, সেইখিনি খুৱাব।' ডাক্তৰ শইকীয়াই দেউতাৰ হাতত প্ৰেছক্ৰিপশ্যন এখন দেউতাৰ হাতত তুলি দিলে।

'এইবোৰ ঔষধ আকৌ কিহৰ কাৰণে?' প্ৰশ্ন কৰিলে দেউতাই।

'বাচ্চাটোৰেতো মাকক শুহি থাকিবই। গতিকে মাকৰ অতিৰিক্ত খাদ্য, তেজ আদিৰ প্ৰয়োজন। এইবোৰ আইৰণ কেপচুল, তেজৰ কাৰণে।'

পঞ্চাশটকীয়া নোট এখন ডাক্তৰলৈ আগবঢ়াই দিলে দেউতাই। তাৰ পাছত মা আৰু দেউতা দুয়ো নিৰাশ হৈ ডাক্তৰৰ চেম্বাৰৰ পৰা ওলাই আহিল। গোটেই বাটটো দুয়ো এশাৰীও কথা পতা নাই। ৰিক্সা এখনত দুয়ো দুয়োৰে গাত ঘঁহনি খায় খায় আহি আছে। এই ঘঁহনি নিৰুত্তাপ, ৰুক্ষ আৰু বিৰক্তিকৰ। মনৰ ভিতৰতে ইজনে সিজনৰ গাত সমস্ত দোষ জাপি দি দুয়ো দুয়োৰে প্ৰতি বিদ্বেষী হৈ উঠিল।

মোৰ জন্মৰ আগৰ এটা দিন— ১৯৬৪ চনৰ ছয় জুনৰ দিনাখন ঠিক এনেকুৱাই ঘটিছিল নে নাই মই নেজানো। দেউতাৰ ডায়েৰীত ডিটেইলছ নাই  কিন্তু ডায়েৰীৰ সেই পৃষ্ঠাটো মই যেতিয়া পঢ়িছিলো, ঠিক এনেকুৱা এটা দৃশ্যহে মোৰ চকুৰ আগত ভাহি উঠিছিল। প্ৰতিভা ৰেষ্টুৰেণ্টৰ মাখিত উঠি সেই দৃশ্যৰ মাজে মাজে এতিয়াও কেতিয়াবা মই ভাবুক হৈ ঘূৰি ফুৰোঁ। যি মোৰ মৃত্যুৰ দৃশ্য আছিল, সি মোৰ জীৱনৰ দৃশ্য হৈ পৰিল।

কিন্তু ইয়াৰ পাছতো কিবা জীৱন থাকিব পাৰেনে? ভ্ৰূণাবস্থাতে মোক হত্যা কৰিব খুজিছিল মোৰ মা-দেউতাই— এই তথ্য জনাৰ পাছত মোৰ আৰু কি জীৱন থাকিব পাৰে? ঊনত্ৰিছ বছৰ ধৰি সেই তথ্য মোৰ বাবে অনাবিস্কৃত হৈ পৰি আছিল দেউতাৰ ঘূণে খোৱা সেই আলমাৰীটোৰ আন্ধাৰত। মোৰ জন্ম ইতিহাস বিশ্লেষিত হ'ব পাৰেনে? সেই ইতিহাস বিশ্লেষণ কৰিবলৈ গ'লে মই মোৰ মা-দেউতাৰ যৌনতাৰ বিশ্লেষণ কৰিব লাগিব। সেয়া উচিতনে? এহাল স্বামী-স্ত্ৰীৰ যৌনতাৰ কি বিশ্লেষণ থাকিব পাৰে যৌনতাৰ বাহিৰে? যৌনতাৰ বৰ্ণনা হ'ব পাৰে, বিশ্লেষণ নহয়।

আৰু সেয়া কৰাৰ মোৰ অধিকাৰ নাই। কিন্তু তেওঁলোকৰ অধিকাৰ আছিল মোক হত্যা কৰাৰ।

দুৰ্ভাগ্য আছিল সকলোৰে বাবে— মা-দেউতা, আৰু মোৰ বাবেও। সেইবাবে তেওঁলোকে মোক হত্যা কৰিব নোৱাৰিলে। তেওঁলোকে মোক হত্যা কৰিব নোৱৰাৰ বাবেহে মোৰ জন্ম হ'ল। এই হত্যাকাণ্ডৰ পৰা যিয়ে মোক বচালে, সি দুৰ্ভাগ্যৰ বাহিৰে আন কোনো নহয়।

এই দুৰ্ভাগ্যই জন্ম দিয়া মোৰ অংগ-প্ৰত্যংগ, মোৰ শৰীৰ, মোৰ জীৱন। দুৰ্ভাগ্যই নিৰ্দিষ্ট কৰি দিয়া মোৰ পথ। এই পথত মই অকলশৰীয়া নহয়। আৰু অজস্ৰজন আছে, যাক দুৰ্ভাগ্যই জন্ম দিছে, যাৰ জন্ম এক দুৰ্ঘটনা মাত্ৰ।

> তোমালোক ক'ত আছা ক'ত আছা হে দুৰ্ভাগ্যৰ সন্তান।
> আহাঁ আহাঁ আহাঁ
> তোমালোকো অনাই-বনাই ঘূৰি ফুৰিছা নেকি
> মোৰ কেন্‌ভাছৰ ভিতৰলৈ সোমাই আহাঁ
> মোৰ ৰংবোৰ ধাৰণ কৰাহি
> মোৰ নাম নুসুধিবা
> ময়ো নোসোধো তোমালোকৰ নাম
> মোক নুসুধিবা মই কি কৰোঁ
> তোমালোকেও নাজানা তোমালোকে কি কৰা
> তেনেহ'লে আহাঁ আমি লগ লাগি কিবা এটা কৰোঁ
> আমি প্ৰশ্ন কৰিলেই হাহাকাৰ হ'ব
> কথা ক'লেই গৰ্জন হ'ব
> আহাঁ মোৰ কেন্‌ভাছৰ ভিতৰলৈ সোমাই আহাঁ
> (মই ইয়াতে আছোঁ— প্ৰতিভা বেষ্টুৰেণ্টত)। ...

## সাত

মৌনতাও সংক্ৰামক, ইন্‌ফেক্‌চাচ। মোৰ মৌনতাই প্ৰজ্ঞান মেধিক মৌন কৰিছিল, নে প্ৰজ্ঞান মেধিৰ মৌনতাই মোক মৌন কৰিছিল—

মুঠতে দুয়ো ইমান সময় মৌন হৈ আছিলো। প্ৰজ্ঞান মেধিয়ে মৌনতা ভাঙিলে—

'কি ভাবিছে— গহীন হৈ ৰ'ল যে?'

'এটা বিপ্লৱৰ কথা ভাবিছোঁ। দুৰ্ভাগ্যই জন্ম দিয়া মানুহবোৰক লৈ বিপ্লৱ কৰিলে আকৌ দুৰ্ভাগ্য হ'ব নেকি?'

'বিপ্লৱ? বিপ্লৱ এতিয়া আউট্‌ডেটেড্ আইডিয়া। সেইবিলাক চিন্তা বাদ দিয়ক। আপুনি ছবি অঁকা মানুহ— ছবি আঁকি যাওক। ছবি অঁকাটোৱে বিপ্লৱ।'

'ওঁ. মই ছবি আঁকিম, ছবি আঁকিম ব'লক ওলাই যাওঁ, ছবি এখনৰ কামকে কৰোঁ তেনেহ'লে।'

প্ৰতিভা ৰেষ্টুৰেণ্টৰ কাউণ্টাৰত বহি থকা ৰমেশৰ দাড়ি নগজা ভাগিনটোক আঙুলিৰ ইংগিতেৰে বাকীৰ বহীত লিখি থ'বলৈ দিলো— 'এক প্লেট কাটা নিম্‌কি, ৪ কাপ লাল চাহ।' সি শলাগি থ'লে— অৰ্থাৎ লিখি থ'ব। প্ৰজ্ঞান মেধিয়ে মোৰ হাতত চিগাৰেট এটা দিলে, নিজেও জ্বলালে। আমাৰ সন্মুখত ৰাস্তা পৰি আছে। আমি কেৱল গৈ থাকিব লাগে।

এখন খালী ৰিক্সা পাৰ হৈ গ'ল। খালী ৰিক্সাখন দেখিহে মনত খেলালে যে ৰিক্সাতে যাব পাৰি। কিন্তু ৰিক্সাখন গ'লেই, ৰখাবলৈ কোৱা নহ'ল।

'ৰিক্সাতে যাওঁ ব'লক।' মই ক'লো, আৰু একে ঠাইতে ৰিক্সা এখনৰ কাৰণে ৰ'লো।

ওপৰলৈ চালো, আকাশখন আছে। ব্লু জীন্‌ছৰ নিচিনা ৰং। বিজুলী তাঁৰত ওলমি আছে এটা পলিথিনৰ কেৰী বেগ— কেৰী বেগটোৰ ভিতৰত কিবা এটা আছে। নিশ্চয় সেয়া পেলনীয়া বস্তু। বেগটোৰ ঠিক তলতে পৌৰ নিগমৰ এটা ডাষ্টবীন। ডাষ্টবীনত কেৰী বেগটো নেপেলাই কোনোবাই বিজুলী তাঁৰলৈ দলিয়াইছিল নিশ্চয়। যিজনে দলিয়াইছিল তেওঁ একধৰণৰ আনন্দ পাইছিল। তলৰ পৰা দলিয়াই কেৰী বেগটো বিজুলী তাঁৰত ওলোমাই থ'ব পৰাটোতেই সেই ধৰণৰ আনন্দ আছিল। সেই আনন্দৰ বাবে আমি তেওঁক দুষিব পাৰোনে?— যদি আমি তেওঁক সেই আনন্দৰ বিকল্প দিব

নোৱাৰো?

খালী ৰিক্সা এখন আমাৰ সৌঁপিনৰ পৰা আগুৱাই আহিল। আমাৰ হাত আৰু চকু-মুখৰ ইংগিতত ৰিক্সাখন ৰ'ল। দুয়ো ঘপ্‌কৈ উঠিলো। ৰিক্সাৱালাই পেডেল মাৰিলে। ৰাস্তাত গাড়ী-মটৰৰ অবিৰাম গতিৰ তুলনাত আমাৰ ৰিক্সাৰ গতি অতি মন্থৰ। অৱশ্যে জাগৰণ কম্‌প্লেক্সলৈ যাবৰ বাবে এই গতিয়েই যথেষ্ট।

বিজুলী তাঁৰত ওলমি থকা পলিথিনৰ কেৰী বেগটোত কাৰোবাৰ আনন্দখিনি ওলমি ৰ'ল।

প্ৰজ্ঞান মেধি আৰু মোৰ কাৰো মুখত কোনো কথা নাই। দুয়ো মৌনতাৰ চিকাৰ হৈছোঁ। কেৱল ওখোৰা-মোখোৰা ৰাজ-আলিৰে আগবাঢ়ি যোৱা আমাৰ ৰিক্সাখনে আমাৰ মৌনতাৰ ওপৰত জাপি দিব খুজিছে কিছুমান যান্ত্ৰিক শব্দ। তথাপি সেই শব্দ আমাৰ হৃদয়ৰ মাজত বাংময় হৈ উঠিব পৰা নাই।

সেয়ে মই প্ৰজ্ঞান মেধিক সুধিলো— 'আপুনি যে আছে, কোনখন হোটেলত?'

'হোটেল ইন্দ্ৰপুৰী। পল্টন বজাৰত।'

'আপুনিও হোটেল বিচাৰি পায় আৰু!'

'কিয়, কি হ'ল?'

'সেইখন কাৰ হোটেল জানে?'

'ওহোঁ, নাজানো। কাৰ?'

'মোৰ তলৰ ভাইটোৰ। আমাৰ পাঁচ নম্বৰজন। একেবাৰে পেটমোছাটোৰ। ওঁ. আপুনি আমাৰ ঘৰৰ কথা নাজানে নহয়। আমি পাঁচটা ল'ৰা-ছোৱালী। মোৰ ওপৰত এজনী বাইদেউ আছে, বাইদেউৰ ওপৰত দুজন দাদা। মোৰ তলত এই ভাইটো— সি আগতে মূলসুঁতিত নাছিল। এতিয়া মূলসুঁতিলৈ উলটি আহি ইন্দ্ৰপুৰী খুলিছে। তাত মোৰ প্ৰৱেশ নিষেধ।'

সি এই পৃথিৱীলৈ কেনেকৈ আহিল সেয়া মোৰ বাবে ৰহস্যৰ কথা। কাৰণ মোৰ মা-দেউতাই তেওঁলোকৰ চতুৰ্থ সন্তান অৰ্থাৎ মোক মোৰ

জন্মৰ আগতেই হত্যা কৰিবলৈ উঠি-পৰি লাগিছিল। দুৰ্ভাগ্যৰ বলত মোৰ যেনিবা জন্ম হ'ল। কিন্তু তাৰ পিছতো আৰু এটা সন্তান জন্ম হ'ল কেনেকৈ! নে তাকো সিহঁতে হত্যা কৰিব নোৱাৰিলে! ইন্দ্ৰপুৰীলৈ চাই তাক অৱশ্যে নক্ষত্ৰ যেনেই লাগে, গলগ্ৰহ যেনতো নালাগে।

মোৰ পাঁচ বছৰমান বয়সত তাৰ জন্ম হৈছিল। তাৰ মাক জানকী, যি সম্বন্ধত মোৰো মা, তেওঁ মোৰ ভাইটোক কোলাত লৈ বুকুৰ গাখীৰ খুওৱাৰ দৃশ্য আজিও মোৰ চকুত ভাহি উঠে। মোকো তেনেকৈ গাখীৰ খুৱাইছিলনে জানকীয়ে? যদি খুৱাইছিল, কেনেকৈ খুৱাব পাৰিছিল? যিটো পেটৰ পোৱালিক হত্যা কৰিব খুজিছিল তেওঁলোকে, সেইটোকে গাখীৰ খুৱাই তুলিছিল নে জানকীয়ে? ই কেনেকৈ সম্ভৱ— একেখন পুত্ৰহন্তা হৃদয় সন্তান জন্ম দিয়াৰ পাছত মাতৃস্নেহেৰে আকৌ কেনেকৈ উপচি পৰিব পাৰে! অৱশ্যে গাখীৰ খুওৱাৰ লগত মাতৃস্নেহৰ সম্পৰ্ক নাই। সেই সময়ছোৱাত বুকুত গাখীৰ জমা হয়েই। সেই গাখীৰ ব্যৱহাৰ নকৰিলে গাখীৰে ওলোটা ক্ৰিয়াহে কৰে। 'সেই দুটা'ৰ বিষত মাকজনী ৰ'ব নোৱৰা হয়। সেই বিষৰ ভয়ত মোক গাখীৰ খুৱাইছিল নেকি জানকীয়ে?

'কি হ'ল, একেবাৰে গহীন হৈ গ'ল যে! ইন্দ্ৰপুৰীত প্ৰবেশ কিয় নিষেধ, নক'লে দেখোন?' প্ৰজ্ঞান মেধিয়ে সুধিলে।

'একেবাৰে ঘৰুৱা কাৰণত। সেইবোৰ বহুত কথা দিয়ক, ক'বলৈ মন যোৱা নাই।' মনটো মোৰ অলপ সেমেকি উঠিল।

প্ৰথমতে বিক্সাৱালাটোৰ পিঠিখনলৈ মোৰ চকু গ'ল। তাৰ পিছত গোটেইটো বিক্সাৱালা। সি এটা পায়জামা আৰু হাতকটা গেঞ্জী পিন্ধিছে। গেঞ্জীটো থপথপীয়া হৈ পৰিছে ঘামেৰে। পায়জামাটো আঁঠুলৈকে কোঁচাই লোৱা। তাৰ ভৰি দুখন স্পষ্টকৈ ওলাই আছে। সি যে এটা ভূত নহয় তাকে দেখুৱাবৰ কাৰণে সি পায়জামাটো ইমান কোঁচাই লৈছে নেকি?

মই প্ৰজ্ঞান মেধিক ক'লো, 'এটা ভূতৰ গল্প আছে, জানেনে?'

'কওকচোন।' মেধিয়ে ক'লে।

'এবাৰ চাৰিজনমান ডেকা মানুহে চহৰৰ পৰা অলপ আঁতৰৰ গাঁও এখনলৈ ভাওনা চাবলৈ গ'ল। ভাওনা শেষ হ'লত, সিহঁতৰ এজনে লগৰ

আন তিনিজনক বিচাৰি নাপালে। মানুহৰ মাজত ক'ৰবাত হেৰাল। ভাওনা চাই মানুহবোৰ গৈ শেষ হওঁ হওঁ হ'ল। কিন্তু নাই, তেওঁ লগৰকেইজনক দেখা নপালে। গতিকে মানুহজনে সেই ৰাতিখন সম্পূৰ্ণ অকলে অকলে আহিব লগাত পৰিল। চহৰলৈ চাৰি কিলোমিটাৰমান দূৰ। ঘিটমিটিয়া আন্ধাৰ। মানুহজনৰ ভিতৰে ভিতৰে অলপ ভয়ো লাগিল। তথাপি মানুহজনে চহৰলৈ বুলি গৈ থাকিবলৈ ধৰিলে। অলপ দূৰ গৈয়েই মানুহজনে লক্ষ্য কৰিলে যে তেওঁৰ আগে আগে এটা চানাবালাই মূৰত চানাচুৰৰ বাকচটো আৰু কান্ধত বাহৰ সেই বস্তুটো— কিবা নাম তাৰ— ওলোমাই লৈ গৈ আছে। চানাবালাক দেখি মানুহজনৰ মনত অকণমান সাহ আহিল। তেওঁ প্ৰায় নিশ্চিত হ'ল যে চানাবালাও চহৰৰ পিনেই যাব, অৱশেষত তেওঁ এই জয়াল ৰাতিখন সংগী এটা পালে! গলা হেঁকাৰি মাৰি মানুহজনে চানাবালাক তেওঁৰ অস্তিত্বৰ জাননী দিলে আৰু পিছপিনৰ পৰাই মাত দিলে— 'অ' চানাচুৰ ভাই, তুমি টাউনৰ পিনে যাবা নেকি?' চানাবালাই মিচিকিয়াই পিছলৈ চাই ক'লে— 'হয় বাবু।' মানুহজনে তাক উদ্দেশ্যি ক'লে। 'ভালেই হ'ল দিয়া, ময়ো সেইপিনেই যাম, লগ এটা হ'ল। আচ্ছা, মোক এটকাৰ চানাচুৰ দিয়াচোন।' চানাচুৰবালাই মূৰৰ পৰা বাকচটো নমাই বাহৰ সেই বস্তুটোৰ ওপৰত থ'লে আৰু কেৰাচিনৰ চাকিটো জ্বলালে। তাৰ পাছত এখন কাগজত চানা জোকাৰিবলৈ ধৰিলে আৰু মানুহজনলৈ চাই চকচকীয়া দাঁতকেইটা উলিয়াই এটা ৰহস্যজনক হাঁহি দেখুৱালে। হঠাতে কেৰাচিনৰ চাকিৰ পোহৰত মানুহজনৰ চকু পৰিল যে চানাবালাটোৰ ভৰি দুখন নাই, সি শূন্যত ওলমি আছে! লগে লগে মানুহজনে প্ৰাণটাকি দৌৰিবলৈ ধৰিলে। ভয়ত মানুহজনৰ অৱস্থা নাই। দৌৰি আছে, দৌৰি আছে। দৌৰি আছে, পিছলৈ আৰু চোৱা নাই। তেনেতে এখন খালী ৰিক্সা আহি থকা দেখা পালে মানুহজনে। ৰিক্সাখন চহৰৰ দিশত গৈ আছে। মানুহজনে ফোঁপাই-জোপাই গৈ ৰিক্সাখন ৰখালে আৰু এজেঁাপে ৰিক্সাত উঠিল। ৰিক্সাখন পাইহে মানুহজনৰ প্ৰাণ ঘূৰি আহিল। মানুহজনে ফোঁপাই-জোপাই ৰিক্সাবালাটোক ক'বলৈ ধৰিলে— কেনেকৈ ভাওনা চাবলৈ আহি লগৰকেইটা হেৰাল, কেনেকৈ অকলে অকলে আহি থাকোঁতে

চানাবালাটোক লগ পালে, কেনেকৈ চানাবালাটোৱে কাগজত চানা জোকাৰিবলৈ ধৰি এটা হাঁহি হাঁহিলে, হঠাৎ কেনেকৈ চকু পৰিল যে চানাবালাটোৰ ভৰি দুখন নাই, সি যে শূন্যতে ওলমি আছিল, চানাবালাটো যে চানাবালা নাছিল— সেই সকলোবোৰ বিৱৰি বিৱৰি ক'লে আৰু ৰিক্সাবালাটোক উদ্দেশ্যি ক'লে— 'ভাই, তোমাক পাইহে ৰক্ষা পৰিলো, নহ'লে আজি যে মোৰ কি অৱস্থা হ'লহেঁতেন!' তেনেতে ৰিক্সাবালটোৱে পায়জামাটোৰ ভৰি দুখন ওপৰলৈ দাঙি দিলে আৰু মানুহজনৰ পিনে ঘূৰি হাঁহিলে। মানুহজনে দেখিলে ৰিক্সাবালাটোৰ ভৰি দুখন নাই ..। মানুহজন অজ্ঞান হৈ গ'ল। পায়জামা পিন্ধা ৰিক্সাবালা দেখিলে মোৰ সদায় এই গল্পটো মনত পৰে।

আমাৰ ৰিক্সাবালাটোৰ পায়জামাটো আঁঠুলৈকে কোঁচাই লোৱা। সি ভূত নহয়, তাৰ ভৰি দুখন স্পষ্টকৈ ওলাই আছে। যদি ওলাই নাথাকিলহেঁতেন তেতিয়াও ভূত হ'ব নোৱাৰিলেহেঁতেন।

মই প্ৰজ্ঞান মেধিক কনিষ্ঠ আঙুলি এটা দেখুৱালো আৰু ৰিক্সাবালাটোৰ পিঠিখন চুই অকণমান ৰখাবলৈ ইংগিত দিলো। প্ৰজ্ঞান মেধিয়ে ক'লে— 'মোৰো লাগিছে ৰ'ব!'

দুয়ো ৰিক্সাৰ পৰা নামিলো। সেইখিনিতে ৰাস্তাৰ কাষত মাত্ৰ এটা লাইট প'ষ্ট আমাৰ চকুত পৰিল। মেধি লাইট প'ষ্টৰ পিনে আগুৱাই গ'ল। আৰু এটা লাইট প'ষ্ট ওচৰতে থকা হ'লে ময়ো পাৰিলোহেঁতেন যাবলৈ। সেয়ে মেধি অহালৈ অলপমান সময় বৈ থাকিবলগা হ'ল।

লাইট প'ষ্ট এটাক কাষত লৈ আমি কিয় পেচাপ কৰোঁ বাৰু? যদিও আমি লাইট প'ষ্টৰ পৰা অকণমান আঁৰ বা আশ্ৰয় বিচাৰোঁ— লাইট প'ষ্টটোৱে দিব পাৰে জানো! নে আমি লাইট প'ষ্টক আমাৰ বেয়া কামৰ সংগী কৰি ল'ব খোজোঁ? ৰাস্তাৰ কাষত এনেকৈ পেচাপ কৰা কামটোতেই যদিও এক অভদ্ৰামি আছে, লাইট প'ষ্টটোক সংগী কৰি লৈ পেচাপ কৰাত অলপমান ভদ্ৰতা আছে। অকল পেচাপ কৰাৰ ক্ষেত্ৰতো নহয়, ৰাস্তাত হঠাতে কাৰোবাক লগ পাই দুআষাৰ কথা পাতিবলগা হ'লেও আমি লাইট প'ষ্টৰ তলতে এক অজ্ঞাত কাৰণত থিয় হওঁ— এটা কু-

সংস্কাৰৰ নিচিনা।

প্ৰজ্ঞান মেধিয়ে পেণ্টৰ চেইন মাৰিলে। মই চেইন খুলি লাইট প'ষ্টটোৰ কাষলৈ গ'লো। প্ৰজ্ঞান মেধিৰ পেচাপখিনি ডোঙা বাদ্ধি আছে। পেচাপখিনি হালধীয়া। মই প্ৰজ্ঞান মেধিৰ পেচাপৰ ওপৰতে পেচাপ কৰিবলৈ ধৰিলো। এটা জিৰ্ জিৰ্ নে চিৰ্ চিৰ্ শব্দ মোৰ শৰীৰৰ পৰা বাহিৰ ওলাই থাকিল। তলপেটটোৱে অলপ সুখৰ নিচিনা এটা অনুভূতি লাভ কৰিলে।

মোৰ পেচাপেৰে প্ৰজ্ঞান মেধিৰ পেচাপৰ ডোঙাটো উপচি পৰিল। আৰু দুয়োৰো পেচাপখিনি সহোদৰ ভাতৃৰ দৰে লগ হৈ লাহে লাহে যাওঁ-নেযাওঁকৈ অলপমান বৈ গ'ল। দুজনৰ পেচাপ কিমান দূৰ যাব আৰু? প্ৰজ্ঞান মেধিৰ পেচাপৰ ডোঙাটোত মোৰ দৰে সকলোৱে আহি যদি পেচাপ কৰিবলৈ ধৰিলেহেঁতেন তেতিয়া এখন সাগৰৰ সৃষ্টি হৈ গ'লহেঁতেন। ৰাইজে নখ জোকাৰিলে যদি নৈ বয়, ৰাইজে পেচাপ কৰিলে সাগৰ এখন নহ'ব কিয়?

## আঠ

জাগৰণ কমপ্লেক্সৰ গে'টৰ সমুখত আমাৰ ৰিক্সাখন আহি ৰ'লহি। ৰিক্সাবালাটোক বিদায় দি মই প্ৰজ্ঞান মেধিক ক'লো— 'ইয়াতে এগৰাকী মহিলা আছে। তেওঁৰ লগত মোৰ ছবি সংক্ৰান্তীয় অলপ কথা আছে। আপুনিও আহক, তেওঁক লগ পাই আপোনাৰ ভাল লাগিব।'

'মোৰ অলপ দেৰি হ'ব পাৰে।'

'কিমান দেৰি হ'ব? এঘণ্টা?'

'বেছিও হ'ব পাৰে। যদি মই ছবি আঁকিবলগা হয়, তেতিয়াতো দেৰি হ'বই। তেতিয়াতো এদিনত নহ'বই, কেবাদিনো লাগিব পাৰে, কেবা সপ্তাহো, কেবা মাহো— আনকি বছৰো লাগি যাব পাৰে.'

'হ'ব, কোনো কথা নাই। মই আপোনাৰ কাৰণে ইয়াতে অনন্তকাল বৈ থাকিম।'

মই মোৰ কান্ধত ওলমি থকা বেগটো খুঁচৰিলো। ব্ৰাছকেইডাল এবাৰ খামুচি ধৰিলো। মোৰ হাতত লাগিল ৰঙৰ টিউববোৰ আৰু লিনচীড

অইলৰ বটলটোৰ স্পৰ্শ। প্ৰজ্ঞান মেধি অলপ দূৰত থাকিল। মই হোমগাৰ্ডটোৰ ওচৰলৈ গ'লো। তাৰ খাকী ৰঙৰ ডাঠ চোলাটোৰ কান্ধত এটা মাখি পৰি আছে। এটা নহয়, আৰু এটা মাখি তাৰ কান্ধৰ পিছপিনে ওলমি থকা সেই ধাতৱ বন্দুক নে ৰাইফলটোৰ নলীটোতো পৰি আছে। ভালকৈ নিৰীক্ষণ কৰিলো— এই দুটা মোৰ চিনাকি মাখি নহয়।

লাহেকৈ সুধিলো— 'তন্ময়ী বৰুৱাৰ ফ্লেট কোনটো?'

'থাৰ্ড ফ্ল'ৰৰ একেবাৰে মূৰৰটো।'

'তোমালোকৰ ফ্লেটবোৰতো খুব মাখি থাকে নেকি?'

এনেয়ে সুধিলো। অলপমান কৌতূহল, অলপমান মুখৰ খজুৱতিত।

'নাই, মহ-মাখি একেবাৰে নাই। সদায়ে ফেনাইল, ব্লিচিং পাউদাৰেৰে চাফা কৰে, মাখি ক'ত থাকিব?'

'তোমাৰ কান্ধতে এটা পৰি আছে দেখোন?'

'অ' সেইটো? সি ইয়াৰ নহয়, ক'ৰবাৰ বাহিৰৰ পৰা আহিছে হ'বলা।' হোমগাৰ্ডে কান্ধখন জোকাৰি দিলে। মাখিটো আঁতৰি উৰি গ'ল। মই মিচিকিয়াই সোমাই গ'লো ভিতৰলৈ।

লিফ্‌টৰ ব্যৱস্থা আছে। অট'মেটিক। মই বুটাম টিপিলো। দুৱাৰ খোল খাই গ'ল। ভিতৰত সোমালো। দুৱাৰ বন্ধ হৈ গ'ল। আকৌ বুটাম টিপিলো। লিফ্‌ট ওপৰলৈ উঠিব ধৰিলে। তৃতীয় মহলাত আছিল স্বৰ্গ। মই স্বৰ্গৰ বাৰাণ্ডাৰে আগবাঢ়িলো— মূৰলৈ।

নেইম্ প্লেট্ নাই। কিন্তু এইটোৱেই, হোমগাৰ্ডটোৱে কৈছিল, থাৰ্ড ফ্ল'ৰৰ মূৰৰটো, তেনেহ'লেতো এইটোৱেই। কলিং বেল টিপিলো। অকণমা· বুজাব নোৱৰা লাজ আৰু শংকাত দুৱাৰখন খোল খোৱালৈ বাট চালো। দেখিলো তন্ময়ী বৰুৱাৰ বিজনেছমেন মিষ্টাৰটোৱে দুৱাৰ খুলি দিলে। মই অলপ ইতস্ততঃ হৈ পৰিলো— অসময়ত বিজনেছমেন। তেওঁৰ চকুত প্ৰশ্ন, যাৰ অৰ্থ— 'কাক লাগে?'

'তন্ময়ী বৰুৱা নাই নেকি?'

'আছে। ভিতৰলৈ আহক। অলপ বহক, মই মাতি দিছোঁ। মাখনৰম ৰঙৰ সুদৃশ্য ড্ৰইং ৰুমটোত সেউজীয়া ৰঙৰ এযোৰ ধুনীয়া ছোফাৰ উপৰি

বেতৰো চকী তিনিখন পাৰি থোৱা আছে। তাত তিনিটা সেউজীয়া কুছন, মাইকা লগোৱা। বেতৰ চকী এখনত মই বহিলো। সমুখৰ চেণ্টাৰ টেবুলখনৰ ফ্ৰেমটো নিশ্চয় চেগুন কাঠৰ, তাৰ ওপৰত এখন অন্ধকাৰ গ্লাছ। গ্লাছখনৰ ওপৰত এটা মাটিৰ এছ-ট্ৰে'। এছ-ট্ৰে'টোত চিগাৰেটৰ টুকুৰা নাই।

চাৰি চপৰা ৰ'দ আহি ইতিমধ্যে ছোফাকেইখনত বহি আছে। সেই চাৰি চপৰাই মোৰ চকুত ধৰিছে। সিহঁতজাক খিৰিকীৰে সোমাইছে— কৰিবলগীয়া একো নাই।

কুছনকেইটা নিশ্চুপ। মই কুছন এটা চিকুটি চালো— হয়, কথা ক'ব নোৱাৰে।

তন্ময়ী বৰুৱা পৰ্দা ঠেলি সোমাই আহিল। মই পোন হৈ বহি অকণমান গাটো উঠোৱাৰ নিচিনা কৰি 'নমস্কাৰ' দিলো। তেওঁ 'প্ৰতি-নমস্কাৰ' জনাই ছোফাকেইখনত বহি থকা ৰ'দত চপৰাকেইটা হাতেৰে লাহেকৈ পিহি দিলে, যেন সিহঁত পোহনীয়াহে। আৰু ক'লে— 'ৰ'দ মই বৰ ভাল পাওঁ। ৰ'দ পৰা ঠাইবোৰত মই চকীবোৰ পাৰি পাৰি থওঁ।' মই অলপ বস্তুসাৰ মাজত প্ৰৱেশ কৰিলো।

'মই তথাগত। আপোনাৰ লগত এটা বিশেষ কাম থকাৰ বাবে আহিছোঁ।
'

'মই আপোনাক জানো। কওঁক কি কাম? পাৰিলে মই আপোনাক সহায় কৰিমেই।'

'মই এখন ছবি আঁকিব খোজোঁ। কিন্তু ছবিখন অন্যধৰণৰ। ইয়াত এনেকৈ ছবিখনৰ কথা ক'বলৈ অলপ দিগ্‌দাৰ পাইছোঁ। এই ৰ'দবোৰ বহি আছে, কুছনকেইটায়ো চাই আছে। আপোনাক অকলশৰে ক'ব পৰা হ'লে ভাল আছিল!'

'অ' ৰ'দৰ কাৰণে চিন্তা কৰিছে? সিহঁতৰ কাৰণে একো অসুবিধা নহয়। আৰু কুছনকেইটায়ো কথা ক'ব নোৱাৰে নহয়। কওক, একো নহয়। মই অলপ ব্যস্ত হৈ আছোঁ। মোৰ মিষ্টাৰ বাহিৰলৈ যাব ওলাইছে, কোৰিয়ালৈ যাব। . নহ'লে আপুনি এটা কাম কৰক, গধূলি আহক। মই এওঁক বিদায় দিওঁ। তেতিয়ালৈ ৰ'দো যাব, হ'ব?'

'হ'ব, সেইটোৱে ভাল হ'ব। মই তেতিয়াহ'লে গধূলি আহিম।'

মই উঠিলো, ৰ'দজাক বহি থাকিল। দুৱাৰমুখৰ পৰা তন্ময়ী বৰুৱাই ক'লে, 'আহিব কিন্তু।'

'নিশ্চয় আহিম' বুলি মই স্বৰ্গৰ বাৰাণ্ডাত ভৰি দিলো।

বাস্তৱতাও ইমান সুন্দৰ আৰু অনুকূল হ'ব পাৰে বুলি ভবা নাছিলো। অবাস্তৱতাৰ গাতে লাগি থাকে নেকি বাস্তৱতা? মইতো মাখিত উঠি অহা নাছিলো। মই অকলে, সৌশৰীৰে আহিছিলো তন্ময়ী বৰুৱাৰ ঘৰলৈ। মিষ্টাৰটো অলপ পাছতে ওলাই যাব (কোৰিয়াৰ পৰা কি আনিব তেওঁ তন্ময়ী বৰুৱালৈ? তেতিয়ালৈ তেওঁতো এখন ছবি হৈ যাব!)।

গধূলিলৈ মাতিছে তন্ময়ী বৰুৱাই। অলপ অপেক্ষাৰ জ্বালাতন। কোনো কথা নাই, মাখি আছে।

গধূলিলৈ কেইঘণ্টা বাকী
আমাকে দুদণ্ড শান্তি দেবো
প্ৰতিভা ৰেষ্টুৰেণ্টৰ মাখি.

ন

জাগৰণ কম্‌প্লেক্সৰ প্ৰকাণ্ড গে'টখনৰ সমুখত প্ৰজ্ঞান মেধি আৰু হোমগাৰ্ডটো থিয় হৈ আছে। দুয়ো কিবা কথা পাতি আছে। চেহেৰাটো চাই হোমগাৰ্ডটোক শক্তিশালী পুৰুষ যেন লাগে। চকু দুটা গাঁতত সোমোৱা। কিন্তু তেল দিয়া চুলিখিনি বাওঁফালে সেওঁতা ফালি সি ধুনীয়াকৈ আঁচুৰি থৈছে, যাৰ বাবে তাৰ মুখখন বেছি প্ৰকট হৈ উঠিছে। হাত দুখন ছোৱালীৰ হাতৰ দৰে কমনীয়। বুকুত নোম নাই। তাৰ মুখত ক'ৰবাৰ পৰা বহু প্ৰচ্ছায়া আহি ভিৰ কৰিছে। কিবা কাৰণত তাকো মোৰ দুৰ্ভাগ্যৰ সন্তান যেন লাগিল।

কম্‌প্লেক্সটোৰ চাৰিওপিনে ওখকৈ থকা পকী দেৱালৰ দুই মূৰে দুটা লাইট প'ষ্ট। লাইট প'ষ্ট দুটাৰ গাতে লাগি লাগি দুটা পৌৰ নিগমৰ দাষ্টবীনে ৰাস্তাৰ পিনে চাই আছে। দাষ্টবীন দুটাৰ ঠিক ওপৰেদি বিজুলী তাঁৰ গুচি গৈছে। বিজুলী তাঁৰত কোনো পলিথিনৰ কেৰী বেগ ওলমি

থকা নাই। তন্ময়ী বৰুৱাৰ ঘৰৰ খিৰিকীৰে চালে হয়তো এতিয়া সেই ঠাঁৰত এটা নিঃসংগ চৰাই বহি থাকিলহেঁতেন। কোনো প্ৰফেশ্যনেল ফটোগ্ৰাফাৰৰ সেই চিৰঞ্জীৱ আলোকচিত্ৰৰ দৰে চৰাইটো নিঃসংগতাৰ বাবে ধুনীয়া হৈ পৰিলহেঁতেন।

প্ৰজ্ঞান মেধিয়ে ঘন ঘনকৈ চিগাৰেট হুপিছে। অনন্ত কাল তেওঁ মোৰ বাবে বৈ থাকিম বুলিছিল কিয়? সেয়াতো বাস্তৱতা নহয়। কিমান সময় বাৰু তেওঁ মোৰ কাৰণে অপেক্ষা কৰিলেহেঁতেন? বাস্তৱতাৰ সীমা আছে। অপেক্ষাৰ সীমা নাই? অপেক্ষা কি সদায় অপেক্ষা? কথাবোৰ কিবা ছিৰিযাছ। এতিয়াতো মোৰ অপেক্ষাৰ সময়— গধূলিলৈ ছিৰিয়াছ অপেক্ষা।

উলটি আহি প্ৰজ্ঞান মেধিৰ ওচৰ পাওঁতে মোৰ আধা ঘণ্টাও নালাগিল। মাথোঁ বিশ মিনিট লাগিল। অনন্ত কালৰ পৰা মাথোঁ বিশ মিনিট সময় মই ল'লো স্বৰ্গৰ পৰা নামি আহোঁতে।

প্ৰজ্ঞান মেধিয়ে সুধিলে— 'ইমান সোনকালে আহিলে যে! কি হ'ল, লগ নাপালে নেকি?'

'পালো, কিন্তু কাম নহ'ল। আকৌ গধূলি আহিব লাগিব।'

'ইয়াতে, এই কম্প্লেক্সটোৰে কোনোবাটো ফ্লেটত মই যে কৈছিলো— তেওঁ, তেৰোঁ থাকে বুলি শুনিছোঁ।' প্ৰজ্ঞান মেধিয়ে ক'লে।

'হয় নেকি? কি নাম তেওঁৰ?'

'তন্ময়ী বৰুৱা।'





কবিতাৰ বাবে এগৰাকী
মডেল আছেনে এই চহৰত?

## এক

'আজিৰ এই সন্ধ্যাটো তোমাক দিলো।' প্ৰত্যাশাই ক'লে।

মই চৌদিশে চালো। 'কোনটো সন্ধ্যা? এই জ্বলি থকা কাঁচ আৰু কাগজৰ তৰাবোৰৰ মাজত, এই চকু চাং মাৰি ধৰা নিয়ন লাইটবোৰৰ মাজত, এই চলন্ত গাড়ীবোৰৰ হেডলাইটৰ তীব্ৰ গতিশীল পোহৰৰ মাজত, চিকমিকাই থকা এই নগৰীত ক'ত সন্ধ্যা? 'সন্ধ্যা' বুলিলে হ'ব লাগে পোহৰৰ বিদায়। আন্ধাৰৰ পদক্ষেপ। এই পাঁচ বজাত আন্ধাৰ ক'ত এই চহৰত?' প্ৰত্যাশাৰ চকুত চকু থৈ মই ক'লো (নে সুধিলো)।

এনেতে হঠাৎ কাৰেণ্ট গুচি গ'ল। দেখিলো সমগ্ৰ আন্ধাৰ।

প্ৰত্যাশাই কাৰেণ্টৰ দৰে বেগতেই কৈ উঠিল— 'এয়া লোৱা তুমি বিচৰা আন্ধাৰ।'

কিন্তু লগে লগে গৰ্জি উঠিল জেনেৰেটৰ। মাত্ৰ এক মিনিটৰ এটা মুহূৰ্তৰ বাবে আন্ধাৰ আহিছিল।

মই প্ৰত্যাশাৰ পিনে চাই ক'লো— 'গ্ৰহণ কৰিলো এক মিনিটৰ সন্ধ্যা।'

কিন্তু প্ৰকৃততে সেয়া সন্ধ্যা নাছিল। তাক ক'ব পাৰি পোহৰৰ খেলা। পোহৰৰ লুকাভাকু। সন্ধ্যা বুলিলে থাকিব লাগে এখন চোতাল। আৰু তাৰে এজোপা তুলসী তলত জ্বলি থাকিব লাগে মাটিৰ এগচি চাকি। যিয়ে পুৰি থাকে আন্ধাৰ

তেনেকুৱা এটা সন্ধ্যা আজি কোনেও কাকো দিব নোৱাৰে। মই প্ৰত্যাশাৰ হাতত ধৰিলো আৰু ক'লো— 'ব'লা ঘৰলৈ যাওঁ।' আৰু চিৰিৰে নামি আহিলো। শেষৰ চিৰিটোত ভৰি দিওঁতে মই লক্ষ্য কৰিলো, প্ৰত্যাশাৰ হাতখন নাই। মোৰ আঙুলিবোৰৰ মাজত খৰখৰাই উঠিছে শূন্যতা।

## দুই

'শীতৰ চিত্ৰমালা।'

আমাৰ চহৰত বাস কৰা দাদুল চলিহা নামৰ তৰুণ কিন্তু প্ৰখ্যাত চিত্ৰশিল্পীজনাৰ চিত্ৰ প্ৰদৰ্শনীখন আৰ্থ হুং নামৰ আৰ্ট গেলাৰীত অনুষ্ঠিত

হৈছে।

জানুৱাৰীৰ শেষ সপ্তাহ। প্ৰচণ্ড শীত পৰিছে। আমাৰ চহৰত কোনোদিনে ইমান ঠাণ্ডা পৰা নাছিল। গোটেই ৰাতিপুৱাটো কুঁৱলীয়ে নগৰখনক অদৃশ্য কৰি পেলায়। দিনটো বেলিৰ অকণমান শেঁতা পোহৰে নগৰখনক দৃশ্যমান কৰি ৰাখে মাথোঁ। ঘৰৰ দুৱাৰ-খিৰিকীবোৰ বন্ধ কৰি নথ'লে উপায় নাই। ফিৰফিৰীয়া এজাক চেঁচা বতাহে অহৰহ কোবাই থাকে নগৰখনক। মানুহৰ মুখে মুখে, ম'বাইল ফোনে ফোনে বিয়পি গৈছে এই আকস্মিক শীতৰ কথা।

অৱশেষত ৰাতি ৰাতি যেতিয়া গুডি গুডি বৰফো পৰিবলৈ আৰম্ভ কৰিলে তেতিয়া নগৰবাসীৰ মাজত এক চেপা উত্তেজনা বিৰাজ কৰিলে। এই চহৰত কোনোদিনে বৰফ পৰা নাছিল। বুৰঞ্জীয়ে সামৰা দিন ধৰি কোনেও ক'ব নোৱাৰে যে কোনোবাদিনা এই চহৰত এনেকৈ শীত নামিছিল, এৰাতি বৰফ পৰিছিল।

বাতৰি কাকতত ডাঙৰ ডাঙৰ হৰফেৰে ছপা হ'ল এই শীতৰ বৰ্ণনা। চৰকাৰো উদ্বিগ্ন হৈ উঠিল। পদক্ষেপ ল'বলৈ বাধ্য হ'ল। বাহিৰৰ পৰা বতৰ বিজ্ঞানীসকল আহিল। বিভিন্ন অধ্যয়ন আৰু পৰীক্ষা-নিৰীক্ষাৰেও তেওঁলোকে উদ্ভাৱন কৰিব নোৱাৰিলে এই আকস্মিক শীতৰ প্ৰকোপৰ কাৰণ।

আৰু এই সকলোবোৰ নেওচি শীত পৰি থাকিল। ৰাতি ৰাতি নগৰখন ধক্‌ধকীয়া বগা হৈ গ'ল।

মোৰ বাহিৰে কোনেও নাজানিলে এই অপ্ৰত্যাশিত শীতৰ আক্ৰমণৰ উৎস। মই দাদুল চলিহালৈ ফোন কৰিলো—

'দাদুল আমাৰ চহৰত এই আকস্মিক শীতৰ কাৰণ তুমি কি বুলি ভাবা?'

'নাই নাই, কোনো কাৰণ বিচাৰি পোৱা নাই। বিজ্ঞানীসকলেও একো ক'ব পৰা নাই, তেনেস্থলত মই।'

'তুমি জানা।'

'নাই নাজানো।'

'যদি নাজানা শুনা— ইয়াৰ কাৰণ তোমাৰ শীতৰ চিত্ৰমালা। তোমাৰ এই প্ৰদৰ্শনীখন আৰম্ভ হোৱাৰ দিন ধৰি চহৰখনত অভাৱনীয়ভাৱে শীত পৰিবলৈ ধৰিছে। অৱশ্যে এটা কথা কেৱল মইহে উদ্ভাৱন কৰিছোঁ। ইয়াৰ কোনো বৈজ্ঞানিক যুক্তি নাই। মই তোমাক আগতেও কৈছিলো যে তোমাৰ ছবিবোৰত তুমি যাদুবিদ্যা প্ৰয়োগ কৰা। যাৰ বাবে আজি আমাৰ চহৰৰ ৰূপেই সলনি হৈ গৈছে। ই এক আশ্চৰ্যকৰ সফলতা তোমাৰ চিত্ৰকৰ্মৰ। চিত্ৰশিল্পই যে পৰোক্ষভাৱে নহয় প্ৰত্যক্ষভাৱেই জগতৰ ৰূপ সলনি কৰি দিব পাৰে তাৰেই প্ৰমাণ তোমাৰ এই শেহতীয়া তৈলচিত্ৰবোৰ।'

'মই একো বুজা নাই। আপোনাৰ কথাবোৰ ৰহস্যময় হৈ উঠিছে।' দাদুলে ক'লে।

'কথাটো কেৱল তোমাৰ আৰু মোৰ মাজতে থাকক। আজি গধূলি মোৰ ঘৰলৈ আহিবা। সকলো কথা পাতিম। ইয়াতে ডিনাৰো কৰিবা। অকলেই আহিবা। প্ৰত্যাশায়ো তুমি আহিলে ভাল পাব। আহিবানে?'

'যাম। নিশ্চয় যাম। কথাবোৰ পাতিবই লাগিব।'

'অকল কথা পাতিলেই নহ'ব। আমি কিবাকিবি খামো।'

'অঁ হ'ব হ'ব। গধূলি তেন্তে লগ পাম।'

## তিনি

পাঁচ বছৰৰ আগৰ কথা। দাদুল চলিহাৰ 'মাইণ্ড ইনষ্টলেচন' নামৰ চিত্ৰ প্ৰদৰ্শনীখন হৈছিল কলাক্ষেত্ৰৰ আৰ্ট গেলাৰীত। প্ৰদৰ্শনীখনৰ উন্মোচনী অনুষ্ঠানত মই উপস্থিত আছিলো। সেইদিনা প্ৰত্যাশা নাছিল মোৰ লগত।

দাদুলৰ চিত্ৰবোৰৰ বিষয় আছিল অদ্ভুত। তেওঁ মানুহৰ পৰা সুলকি পৰা মানুহক জোৰা লগাবলৈ আপ্ৰাণ চেষ্টা কৰিছে। মানুহৰ হাতৰ পৰা সুলকি পৰা মানুহৰ হাতক, মানুহৰ ভৰিৰ পৰা সুলকি পৰা মানুহৰ ভৰিক, মানুহৰ ডিঙিৰ পৰা সুলকি পৰা মানুহৰ মূৰক মানুহৰ শৰীৰত পুনৰ স্থাপন কৰি দিব খুজিছে।

সেই প্ৰদৰ্শনীখন চাই লিখিছিলো এটা কবিতা—

স্ক্ৰুবোৰ সুলকি পৰিছে/গাঁঠিবোৰ খুলি গৈছে

মোৰ গাল দুখনৰ পৰা
দাদুল, তুমি পকাই দিবানে
যদি মামৰে ধৰা স্ক্ৰুবোৰত/তুমি তাঁৰেৰে বান্ধি
মোৰ গালত লগাই দিবানে/মোৰ খহি পৰা গাল

মোৰ চকুৰ গাঁতৰ পৰা সৰি পৰা/মাৰ্বল দুটা গুঁজি দিবানে আকৌ
ভঙা-ছিঙা মোক/আঁকিবানে ভঙা-ছিঙাকৈ
মোৰ গাৰুটোৰ টোপনি ধৰিছে/মোৰ টিনপাতৰ গাল আৰু
লোহাৰ মূৰটোৰ ভাৰ সহি সহি/গাৰুটোক এখন বিছনা
পাতি দিবানে অকলে শুবলৈ/আৰু জাগিবলৈ/সহিবলৈ অনিদ্ৰা?

অনিদ্ৰাৰ ৰং কি? টোপনিৰ কি ৰং কি ৰং
কি ৰঙেৰে আঁকিছা/মোৰ ভঙা-ছিঙা টোপনিক?
মোৰ বুকুৰ বাকচ বাকচ আন্ধাৰ চাবলৈ/কোনে মাটিৰ চাকি জ্বলাইছে
মোৰ কামিহাড়ৰ ফাঁকত/মোৰ ডিঙিৰ গাঁতত?

ভঙা-ছিঙা মোৰ জীৱনৰ পৰা/মোৰ মৃত্যুক বচাব কোনে
কোনে বচাব/মোৰ পৰা/মোৰ ভঙা-ছিঙাক
মই খহি পৰিছোঁ/সুলকি পৰিছে মোৰ স্ক্ৰুবোৰ
হাউলি পৰিছে মোৰ মুখৰ পৰা মোৰ মুখ/মোৰ হাতৰ পৰা হাত
মোৰ ভৰিৰ পৰা ছিগি গৈছে মোৰ ভৰি/দাদুল, তুমি পকাই দিবানে
বান্ধি থ'বানে তামৰ তাঁৰেৰে/মোৰ ভিতৰত মোক?

মোক এটা চোলা পিন্ধাবা নেকি শীতত?/শীত আহিলে মই চেঁচা হৈ যাম
আৰু মোৰ ফুটাবোৰেৰে বতাহ সোমাই/মোক ঠেৰেঙা কৰিব
মোক জুহালৰ কাষলৈ লৈ যাবানে?/মোক তোমাৰ নিহালিৰ তলত
শুবলৈ দিবানে? তুমিয়েইতো মোৰ একমাত্ৰ মানুহ!

প্ৰত্যাশাক এদিন লৈ গৈছিলো দাদুলৰ এই চিত্ৰ প্ৰদৰ্শনীখন দেখুৱাবলৈ। দাদুলৰ ছবি চাই তাই পাগলৰ দৰে হৈ পৰিছিল। মই তাইক দাদুলৰ স'তে চিনাকি কৰাই দিছিলো। তাইক দাদুলৰ কাষলৈ লৈ গৈ দাদুলক উদ্দেশ্যি কৈছিলো— 'দাদুল, এইজনী প্ৰত্যাশা। মোৰ আটাইতকৈ প্ৰিয় নাৰী।'

দাদুলে তাইলৈ এনেকৈ চাইছিল যেন সি এখন পোট্ৰেইটহে আঁকিব। দাদুলৰ পত্নী মীনাক্ষি বৰগোহাঁই যি মোক দাদুলৰ স'তে প্ৰথম পৰিচয় কৰাইছিল সিহঁতৰ বিয়াৰ আগেয়ে, তায়ো আছিল কাষতে আৰু তাইৰ কান্ধত পৰি আছিল সিহঁতৰ দুবছৰীয়া একমাত্ৰ ল'ৰাটো— টোপনিত।

'এইজনী মীনাক্ষি। মোৰ প্ৰিয় চিত্ৰশিল্পী, জগতক সুন্দৰ কৰিব খোজে .'

মীনাক্ষিয়ে ক'লে, হ'ব দিয়ক .

প্ৰত্যাশাই তাইৰ হাতখন খামুচি ধৰিলে আন্তৰিকতাত।

দাদুলে প্ৰস্তাৱ দিলে তললৈ নামি গৈ একাপ একাপ চাহ খোৱাৰ, আৰু আমি চিৰিৰে নামিবলৈ ধৰিলো।

চিৰিৰে নামি আহোঁতে মীনাক্ষিয়ে মোৰ বাহু জোকাৰি সুধিলে, কোন প্ৰত্যাশা এইজনী? মই দেখোন নাজানোৱেই।

মই ক'লো, অঁ তুমি নাজানা। তুমিতো মোৰ বহুত কথাই নাজানা।

আৰু প্ৰত্যাশা আছিল সেইজনী ছোৱালী যিয়ে নাজানে তাই কিয় প্ৰত্যাশা

মই তাইৰ কেৱল তাইৰ ডেউকাৰ জাপত কুচি-মুচি শুই থাকিব খোজোঁ। তাই যেন এজনী কণমানি চৰাই। আৰু সেই কণমানি চৰাইজনীতকৈ মই নিঃস্ব। তাইৰ মাততকৈও মোৰ মাত সৰু।

তাই জানে সেই শিলৰ কথা, কিয় মই কাষলৈ যাওঁ। তাই চিনি পায় সেই বনবোৰক যিবোৰে মোক নাম কাঢ়ি মাতে অনিদ্ৰাৰ শেতেলিলৈ। তাই দেখা পায় সেই পানীৰ কণিকাবোৰক যিবোৰৰ মাজত যাপন কৰিছিল জলকন্যাৰ কাপোৰৰ লুণীয়া এটা গোন্ধ। যাক মই কঢ়িয়াই লৈ ফুৰিছোঁ। সেই চৰাইজনী যাৰ কাষত নৈঃশব্দৰ এটা আকাৰ মই আঁকিব পাৰোঁ, গুণগুণাব পাৰোঁ ৰহস্যৰ এটা মাত! ক'ব পাৰোঁ যাক বেংছটাৰ পৰা বিয়পা

পোহৰৰ কথা, চিকমিকোৱা এডাল হাড়ৰ কথা, খালী বটল এটাৰ ভিতৰত আশ্ৰিত শূন্যখিনিৰ কথা! আৰু ক'ব পাৰোঁ যাক মোৰ সৰু সৰু আৰু দীঘল দীঘল যাতনাৰ কথা।

প্ৰত্যাশাই নাজানে তাই কিয় চৰাই! যিয়ে শুঙি চায় মোক মোৰ নাকত আৰু মোৰ ডিঙিত। জীণ নাযায় যাৰ মাত মোৰ বুকুৰ হাড়ত— তাইৰ, কেৱল তাইৰ ডেউকাৰ জাপত কুচি-মুচি শুই থাকিব খোজোঁ মই। মৰি যাব খোজোঁ মই!!

উলটি আহোঁতে গোটেই বাটছোৱা প্ৰত্যাশা আৰু মই দাদুলৰ চিত্ৰ প্ৰদৰ্শনীখনৰ কথাই পাতি আহিছিলো। ঘৰ পাই প্ৰত্যাশাই ক'লে— 'আজি আৰু মোৰ একো ৰান্ধিবৰ মন যোৱা নাই। তুমি কিবা ৰান্ধিবা হঁা—'

মই অতি আনন্দেৰে চিঞৰি উঠিলো— 'ইয়া হু পোলাও।'

ছাগলীৰ মাংস আছিল যদিও বৰ সেৰেঙা হৈছিল খাবলৈ সেইদিনা পোলাও। সকলো সেৰেঙা হৈছিল। দাদুলৰ পেইণ্টিংছবোৰে আমাৰ কল-কব্জা যেন ঢিলা কৰি দিছিল।

মই ক'লো, 'ৰাতি বহুত হ'ল— শুবলৈ যোৱা।'

দুয়ো দুয়োকে দুটা সেৰেঙা চুমা খালো।

'গুড নাইট।'

'গুড নাইট।'

আৰু প্ৰত্যাশা তাইৰ ৰুমলৈ গুচি গ'ল।

## চাৰি

গভীৰ নিশা। মোৰ দুৱাৰত টোকৰ পৰিছে। টোকৰ নহয় ঢাকা। আৰু প্ৰত্যাশাই মাতিছে— 'উঠাচোন উঠাচোন '

ঘড়ী চাই দেখিলো ৰাতি ২.২০।

দুৱাৰ খুলি দিলো।

'কি হ'ল?'

'মোক আকৌ এবাৰ দাদুলৰ কাষলৈ লৈ যাবানে? দাদুলক এটা চুমা খাম।'

মই চিঞৰি উঠিলো— ইয়া হু! মাইণ্ড ইনষ্টলেশ্যন।

'বহা।' মই প্ৰত্যাশাক ক'লো।

তাই মোৰ বিছনাখনতে বহি পৰিল অস্থিৰভাৱে। তাইলৈ এপলক চালো। তাইৰ মুখখনত এখন তামৰ মুখ। লাইটৰ পোহৰত এডোখৰ চিক্‌মিকাইছে আৰু আনডোখৰত ছাঁ। মুখখন হৈ উঠিছে ৰহস্যঘন, করুণ। ইমানদিনে মই ঠিক যেনেকুৱা এখন মুখ বিচাৰিছিলো তেনেকুৱা এখন মুখ মোৰ সন্মুখত। প্ৰত্যাশাৰ পৰা উৰ্দ্ধত প্ৰত্যাশাৰ মুখ।

মই আৰম্ভ কৰিলো— 'শুনা, পল এলুয়াৰ নামৰ বিখ্যাত ফৰাচী কবিজনৰ পত্নীৰ নাম আছিল গালা। সেই সময়ত ফ্ৰান্সৰ আটাইতকৈ বিখ্যাত কবিজনেই আছিল এলুয়াৰ। এবাৰ গালা আৰু তেওঁ পৃথিৱী বিখ্যাত ছুৰৰিয়েলিষ্ট চিত্ৰকৰ ছালভাদৰ ডালিক লগ কৰিবলৈ আহিল। তেওঁলোকৰ মাজত বহুত কথা-বতৰা হ'ল। উলটিবৰ সময়ত এলুয়াৰক গালাই সুধিলে— 'মই ডালিৰ লগতে থাকি যাওঁনে?'

'থাকা।' এলুয়াৰে ক'লে।

তাৰ পিছত গালা হৈ পৰিছিল ডালিৰ একান্ত সহচৰ, দুৰ্দান্ত প্ৰেয়সী। ডালিয়ে 'Diary of A Genius' নামৰ তেওঁৰ অট'বায়'গ্ৰাফিকেল কিতাপখন গালাৰ নামত উৎসৰ্গ কৰিবলৈ লৈ লিখিছে— I dedicate the book to my genius Gala Gradiva.

ডালিয়ে অনুভৱ কৰিছিল তেওঁৰ লগত গালা নথকাহেঁতেন, ইমানবোৰ কাম তেওঁ কেতিয়াও কৰিব নোৱাৰিলেহেঁতেন।

মই প্ৰত্যাশাৰ চকুত চকু থৈ ক'লো— 'প্ৰত্যাশা, তুমিও জিনিয়াছ।'

## পাঁচ

ছালভাদৰ ডালিক ময়ো লগ পাইছিলো। তেওঁ তেতিয়া পেৰিছত থাকিবলৈ লৈছে। তেওঁৰ পিছে পিছে সদায় লাগি থাকে তেওঁৰ শিল্প অনুৰাগী এগাল ভক্ত, যিবোৰক মই সহ্য কৰিব পৰা নাছিলো। মই যিদিনা ডালিক লগ পাবলৈ গৈছিলো, সেই সময়ত ডালি আছিল টয়লেটত। টয়লেটৰ পৰা ওলাই আহোঁতে ডালিৰ বহু সময় লাগিছিল। মই ভাবিছিলো,

ডালিৰ আছে কনষ্টিপেচন।

ওলাই আহিয়েই ডালিয়ে মোলৈ চাই কৈছিল— 'আজি মোৰ বাবে এটা বৰ উল্লেখযোগ্য দিন। কিয়নো, আজি টয়লেটত বহি থাকোঁতে মই লক্ষ্য কৰিলো যে আজি মোৰ মলবোৰ আছিল স্নিগ্ধ কোমল আৰু গোন্ধহীন।'

ডালিয়ে কৈ গৈছিল— 'মানুহৰ জীৱনত এই মলত্যাগৰ ভূমিকা বৰ গুৰুত্বপূৰ্ণ। মলত্যাগ ভালদৰে হোৱা-নোহোৱাৰ ওপৰতে নিৰ্ভৰ কৰে মানুহৰ স্বাস্থ্য। মানুহৰ এই মলবোৰ যদি মৌৰ দৰে জুলীয়া হ'লহেঁতেন, তেন্তে মানুহ আৰু বেছিদিন জীয়াই থাকিলহেঁতেন। কোষ্ঠকাঠিন্যই মানুহৰ আয়ুস বহুত কমাই দিছে।'

'আপোনাৰ কি কনষ্টিপেচন আছে?' মই সুধিলো।

'ৰেগুলাৰ নহয়। মাজে মাজে টান হয়।'

'আপুনি ইসবগুল খাব পাৰে দেখোন।'

'ইসবগুল?' ডালিয়ে মোৰ চকুত চকু থৈ প্ৰশ্ন কৰিলে।

'হয়। ই কোনো জুলাপ নহয়। ই বাৰ্লিৰ নিচিনা এবিধ বস্তু। গোন্ধহীন আৰু স্নিগ্ধ আৰু টেষ্টলেছ আন এবিধ মলৰ নিচিনাই বস্তু, যি হজম নহয়। যি পেটৰ ভিতৰত ফুলি উঠে আৰু মলৰ ভলিউম বঢ়াই দিয়ে আৰু মলক ওলাই আহিবলৈ হেঁচা প্ৰয়োগ কৰে। ফলত কনষ্টিপেচন পলাই পত্ৰং . '

ডালিয়ে সুধিলে— 'তেনেহ'লে আপুনিও হৈছে কনষ্টিপেচনৰ চিকাৰ?'

'ওহোঁ, মোৰ কনষ্টিপেচন নাই।' মই মূৰ জোকাৰিলো। মোৰ আছে এমিবায়'চিছ। কনষ্টিপেচনৰ সম্পূৰ্ণ ওলোটা বেমাৰ। কনষ্টিপেচনৰ শত্ৰু বুলিবই পাৰি। কিয়নো, এইটো বেমাৰত মলত্যাগৰ কাৰণে কোনো জোৰ প্ৰয়োগ কৰিব নালাগে। মলবোৰে নিজেই বাহিৰলৈ ওলাই অহাৰ চেষ্টা কৰি থাকে। সময়-অসময় বুলি কোনো কথা নাই।'

'ইচ, বৰ ইণ্টাৰেষ্টিং বেমাৰ।' ডালিৰ চকু দুটা বহল হৈ উঠিল। 'কিন্তু আপুনি কনষ্টিপেচনৰ বিষয়ে তেন্তে ইমান জানে কেনেকৈ? অৰ্থাৎ কনষ্টিপেচন থকাসকলৰ প্ৰতি আপুনি কিয় সহানুভূতিশীল?' ডালিয়ে মোক প্ৰশ্ন কৰিলে।

মই ক'লো যে মোৰ আই-বোপাইৰ আছিল কনষ্টিপেচন। মোৰ ককাৰো আছিল। মোৰ মামা আৰু খুড়াইঁতৰো আছে কনষ্টিপেচন। মাজতে মোকহে এৰি দিলে সেই বেমাৰে।

ডালিয়ে মূৰ জোকাৰি জোকাৰি শুনি গ'ল।

মই আকৌ ক'লো— 'কনষ্টিপেচনৰ পৰা কিন্তু আকৌ আন এটা বেমাৰ হোৱাৰ সম্ভাৱনা থাকে, সেয়া হ'ল পাইলছ্ আৰু পাইলছ্ হ'লে আপুনি দেখিব আপোনাৰ কেঁচা তেজেৰে টয়লেট হৈ পৰিব এখন জীৱন্ত পেইণ্টিং।'

তেনেতে গালা ভিতৰৰ পৰা ওলাই আহিল। তেওঁৰ ডিঙিত ক'লা নেকলেছ এধাৰি। গালাৰ সন্মুখত টয়লেট, কনষ্টিপেচন আদি কথাবোৰ অশালীন যেন লাগিব বুলি মই চুপ হৈ পৰিলো। আৰু সেই সকল কবিজনৰ প্ৰতি সমবেদনা জ্ঞাপন কৰিলো মনৰ ভিতৰতে এইবুলি— বেচেৰা পল এলুয়াৰ।

## ছয়

গালাক লগ পাই আহি মই অনুভৱ কৰিলো— ডালিৰ পেইণ্টিংছবোৰৰ বাবে গালা কিমান অপৰিহাৰ্য আছিল। গালা ডালিৰ বাবে এগৰাকী প্ৰেমিকাই নাছিল, তেওঁ মডেল হিচাপেও ব্যৱহাৰ হৈছিল। হঠাৎ মোৰ মূৰত এটা গুলীৰ দৰে চিন্তা এটা সোমাই আহিল। আৰু মই ঠিক কৰিলো যে মোকো এগৰাকী মডেল লাগে কবিতা ৰচনা কৰিবৰ বাবে। পেইণ্টিংছ আঁকিবৰ বাবে যদি বিখ্যাত চিত্ৰকৰবোৰে মডেল ব্যৱহাৰ কৰিব পাৰে, তেন্তে এজন কবিয়ে কবিতা ৰচনাৰ বাবে মডেলৰ ব্যৱহাৰ কৰিব নোৱাৰিব কিয় ?

মই গালাৰ শৰীৰৰ গঠন মনত পেলালো আৰু বাতৰি কাকতত এটা বিজ্ঞাপন দিলো—

কবিতা ৰচনা কৰিবৰ বাবে এগৰাকী মহিলা মডেলৰ আৱশ্যক। শৰীৰৰ উচ্চতা চাৰে পাঁচ ফুট। গঠন সামান্য ক্ষীণ। চুলি বেছি দীঘল হ'ব নালাগে। বয়স ২৫ৰ পৰা ৩০ বছৰ। পাৰিশ্ৰমিক দিয়া হ'ব ঘণ্টাৰ হিচাপত।

যোগাযোগৰ বাবে ফোন নং- ২৫৭০৬৫৯।

## সাত

বাথৰুমত কাপোৰ খুলি গাত গৰমপানী এমগ ঢালিছিলো মাত্ৰ, এনেতে বাজি উঠিল ফোনটো— ক্ৰিং ক্ৰিং ক্ৰিং। বাথৰুমত গা ধুওঁতে (অকলে থকাত) দুৱাৰ মৰাৰ মোৰ অভ্যাস নাই— তেনেকৈয়ে ওলাই আহি ফোনটো ধৰিলো। নিজকে মোৰ ব্লু-ফিল্মৰ এজন মডেল যেন লাগি গৈছিল— ৰিচিভাৰটো হাতত লওঁতে।

— হেল্ল'।

'নমস্কাৰ। পৰহি বাতৰি কাকতত এডভাৰটাইজমেণ্ট এটা পাই আপোনাক ফোন কৰিলো। মোৰ নাম হতাশা। মই আপোনাৰ বাবে কাম কৰিব খোজোঁ।' সিপাৰৰ নাৰীকণ্ঠই একে উশাহতে কথাখিনি কৈ পেলালে।

মই ক'লো— 'বেয়া নাপাব, আপুনি দহ মিনিট পাছত ফোন কৰিব এবাৰ। দৰাচলতে মই বাথৰুমত আছিলো আৰু এমগ গৰমপানী গাত ঢালিছিলো মাত্ৰ। তিতা গাৰেই আহি ফোনটো ধৰিছিলো। গাটো ধুই লওঁ।'

'নিশ্চয় নিশ্চয়। ইস্ ইমান বেয়া সময়ত আপোনালৈ ফোন কৰিবলৈ পালোনে। ময়েই কিজানি আনলাকী।'

'নহয় নহয়। তাৰ বাবে একো নহয়।'

'ঠিক আছে, মই তেন্তে ৮ ১৫ বজাত আপোনালৈ ৰিং কৰিম। হ'ব?'

'হ'ব। থেংক ইউ।'

ৰিচিভাৰটো থৈ মই এখন্তেক ভাবিলো— হতাশা? এনেকুৱা এটা নাম? মোৰ প্ৰিয় নাৰীগৰাকীৰ নাম প্ৰত্যাশা। আৰু এইগৰাকী হ'ল হতাশা। ইমান নিগেটিভ নাম মই আগতে শুনা নাই। ঠিক আছে, দেখা যাওক। মই খোল খাই থকা দুৱাৰখন টাচ্চ নকৰাকৈয়ে বাথৰুমটোলৈ সোমাই গ'লো য'ত মোৰ বাবে বৈ আছিল গৰমপানী। গৰমপানীৰ বৰষুণ, য'ত মই মোক তিতিবলৈ দিলো।

আলনাখনত ডাৰ্ক জীন্‌ছ পেণ্টটোৰ ভৰি দুখন নিশ্চল হৈ পৰি আছিল

যাক মই মোৰ ঠেং দুখনত সুমুৱাই ল'লো আৰু হেঙাৰত ওলমি থকা এটা সেউজীয়া পাঞ্জাবী চোলাৰ হাত দুখনেৰে সুমুৱাই দিলো মোৰ দুহাত, মূৰটোৰে সুমুৱাই দিলো মোৰ মূৰ। তাৰ পিছত এটা ভেডাৰ নোমৰ জেকেট। যিটো জেকেট মই বিচাৰি ফুৰিছিলো সেইটো আছিল আন এটা জেকেট। পৃথিৱীৰ অজস্ৰ ৰং-বিৰং আৰু বিচিত্ৰ পোছাকবোৰৰ মাজত মই বিচাৰি ফুৰিছিলো ভেড়াৰ নোমৰ এটা জেকেট। উচুপি উঠিছিল যাৰ কথা কওঁতে সকলো নাৰীয়ে— সেই জেকেটটো য'ৰ পৰা এটা দীঘল বাট আছিল কুঁৱলীৰ তলেৰে আৰু আৰম্ভ হৈছিল এটা বিষাদ কাহিনীৰ অন্তহীন যাত্ৰা।

বগা ডাৱৰৰ দৰে কোমল উমৰ সেই জেকেটটো বিচাৰি মই ঘূৰি ফুৰিছিলো ইমূৰৰ পৰা সিমূৰ, ইপাৰৰ পৰা সিপাৰ। মহানগৰৰ বৃহৎ বৃহৎ কাপোৰৰ দোকানবোৰ, গুডামঘৰবোৰৰ বিৰাট স্তূপবোৰ আৰু কাঠৰ বাকচবোৰ খুলি খুলি চলাথ কৰিছিলো সেই জেকেট। বজাৰে বজাৰে জন অৰণ্যৰ মাজে মাজে গলিয়ে গলিয়ে ফুটপাথে ফুটপাথে উদ্ভ্ৰান্তৰ দৰে ঘূৰি ফুৰিছিলো। প্ৰাসাদোপম হোটেলবোৰত সোমাইছোঁ, চলি থকা গাড়ীবোৰৰ খিৰিকীত তীক্ষ্ণ দৃষ্টিৰে বিচাৰি ফুৰিছিলো সেই জেকেট।

শীতৰ ঋতুৰ ঘৰবোৰৰ পদূলিত কাণপাতি বৈছোঁ শুনো বুলি ক'ৰবাত সেই জেকেটটোৰ থুনথুননি। ঠেৰেঙা লাগি শুই থকা কাঠৰ ঘৰবোৰৰ জলঙাৰে জুমি জুমি চাইছিলো আছে নেকি সেই জেকেটটো ক'ৰবাত শুই। আৰু পাহাৰৰ এঢলীয়া সমতলবোৰত ভেডাৰ জাকবোৰৰ নমনীয় মৌনতাৰ মাজে মাজে মই ঘূৰি ফুৰিছিলো। যিটো ভেড়াৰ জন্ম হোৱা নাই, তাৰ নোমেৰে হ'ব যি জেকেট, সেই জেকেটটোৰ শুভ্ৰ উষ্ণতাৰ কঁপনি শুনিবলৈ গৰ্ভৱতী ভেড়াবোৰৰ উদৰত কাণ পাতিছিলো। কিয় বিচাৰি ফুৰিছিলো সেই জেকেট?

যিটো জেকেটৰ জন্মই হোৱা নাছিল, তেনে এটা জেকেট? যাক পিন্ধাম বুলি বিচাৰি ফুৰিছিলো সেই জেকেট, সি আছিল কোনো নাৰীৰ গৰ্ভস্থিত এটা স্বপ্ন। লঠঙা গছৰ তলত উচুপিবলৈ যাক কেৱল সেই জেকেটটোৰে শুৱালেহেঁতেন।

মই পিন্ধা জেকেটটো নাছিল মই বিচাৰি ফুৰা জেকেটটো। গেঞ্জী পিন্ধা নাছিলো। গেঞ্জীলৈ মনত নপৰাকৈ নাছিল, সি আছিল অতি সাধাৰণ। তাক অৱজ্ঞা কৰিছিলো। তদুপৰি সি আছিল কাপোৰৰ তলত লুকাই।

ক্রিং ক্রিং ক্রিং ক্রিং

ঘড়ীটোলৈ চালো। ৮.১৫ বাজিছে। হতাশাৰ ফোন। হতাশা ইমান পাংচুৱেল নোহোৱাই ভাল আছিল।

— হেল্ল'।

— প্রত্যাশাই কৈছোঁ। এই তিনি দিন তুমি নাই, মনটো ইমান যে বেয়া লাগি আছে। তুমি মোৰ লগত থকাতকৈ তুমি মোৰ পৰা আঁতৰি থাকিলে তোমাক মোৰ বেছি ভাল লাগে। এই তিনি দিন তুমি নাই, তোমাৰ কথা ভাবি ভাবি পুৰি মৰিছোঁ। তুমি আঁতৰত থাকিলেহে মই গম পাওঁ— তোমাক কিমান বেছি ভাল পাওঁ! আচ্ছা, সেইবোৰ বাদ দিয়া, তোমাৰ কামৰ কিবা আগবাঢ়িছেনে? বাতৰি কাকতত তোমাৰ এডভাৰটাইজমেণ্টটো ওলাইছে। কোনোবা মডেল আহিছেনে?

— এইমাত্র ছোৱালী এজনীয়ে ফোন কৰিছিল। তাই মোৰ বাবে কাম কৰিব খোজে। ছোৱালীজনীৰ নামটো অদ্ভুত— হতাশা। তাইক চাই ল'ব লাগিব।

— চাই ল'ব লাগিব মানে, কেনেকৈ চাবা?

— প্রথম কথা মুখখন ধুনীয়া হ'বই লাগিব! তাৰ পিছত এনাটমীটো।

— এনাটমী কেনেকৈ চাবা? উইথ ক্লথ অৰ আনক্লথ?

— আনক্লথো হ'ব পাৰে। কিয়, বেয়া লাগিছে?

— নাই, এনেয়ে সুধিছোঁ। তুমি মোক আজিলৈকে আনক্লথ নকৰিলা। দেখিম নহয় তোমাৰ কবিতা কি নতুন হয়। কি ব্যতিক্রম হয়।

— এয়া এটা পৰীক্ষাহে। এটা এক্সপেৰিমেণ্ট। একো নহ'বও পাৰে। কিন্তু কৰি চাবলৈতো দিয়া!

— তুমি ছাক্সেছফুল হ'লে মৱেই আটাইতকৈ আনন্দিত হ'ম। বেষ্ট উইছেছ। শৰীৰৰ যত্ন ল'বা। থ'লো।

প্রত্যাশাই ফোন থৈ দিলে। মই ৰিচিভাৰ নমালো। কিন্তু লগে লগে

ফোনটো বাজি উঠিল।

— হেল্ল'?

— মই হতাশা। মই ঠিক সময়তে আপোনাক ৰিং কৰিছিলো। কিন্তু ফোনটো এংগেজড্ আছিল।

— হয় হয়, মই আনৰ লগত কথা পাতি আছিলো। তাৰ বাবে একো নাই। কথা হ'ল আপুনি যদি মোৰ লগত কাম কৰিব খোজে, তেন্তে আপোনাক মই এবাৰ চাই ল'ব লাগিব। আপুনি কেতিয়া আহিব পাৰে? সোনকালে?

— আজিয়েই যাব পাৰোঁ। কেতিয়া যাম কওক।

— ভাল কথা। তেন্তে ১১-১২ বজাৰ ভিতৰত আহক।

## আঠ

কেৱল এক গুচ্ছ কবিতা লিখিবৰ বাবে মই এই ফ্লেটটোত অস্থায়ীভাৱে আছোঁহি। মোৰ কম্পিউটাৰ ইঞ্জিনীয়াৰ বন্ধুজন তিনি মাহৰ বাবে বাংগালোৰলৈ যোৱা এই সময়ছোৱা এই 'অভিজাত' নামৰ ফ্লেটটো মোৰ হাতত চমজাই দি থৈ গৈছিল। কাৰণ, মই মাজে মাজে তাক কৈছিলো যে এমাহ-দুমাহমানৰ বাবে মোক তেনে এক আশ্রয় শিবিৰৰ বৰ দৰকাৰ।

যাবৰ সময়ত বন্ধুজনে কৈছিল— 'চাবি, তোক পূৰা তিনি মাহ সময় দিলো, ঘূৰি আহি যাতে দেখা পাওঁ নতুন এখন সংকলনৰ পাণ্ডুলিপি।'

মই কৈছিলো— লিখোঁ বুলি লিখিব পৰা বস্তু নহয় অ' কবিতা। কেতিয়াবা এটা মাত্র কবিতা শেষ কৰিবলৈও লাগি যায় কেইবা বছৰ। কিন্তু মই এইবাৰ বেলেগ এক পৰিকল্পনা হাতত লৈছোঁ। তোক এতিয়াই কথাটো নকওঁ। তই ভাল নাপাবও পাৰ। সেয়ে ঘূৰি আহ— সকলো ক'ম।

মোৰ কথাৰ অৰ্থ উলিয়াবলৈ তাৰ হাতত সময়ো নাছিল, ধৈৰ্যও নাছিল। সি ভো-ভোকৈ গুচি গ'ল।

'অভিজাত' নামৰ সেই ফ্লেটটোত নিজকে একান্তভাৱে লগ পাইছিলো। প্রত্যাশাক যেতিয়া মোৰ এই পৰিকল্পনাৰ কথা কৈছিলো, তাই কৈছিল

সমাজৰ কথা। আমাৰ সমাজে এইবোৰ কথা সহজভাৱে ল'ব নোৱাৰে। 'তোমাৰ বদনাম হ'ব।' প্ৰত্যাশাই আৰু কৈছিল— 'তুমি যি ভাবিছা সেয়া সম্ভৱ নহ'বও পাৰে, কাৰণ কবিতা সৃষ্টিৰ বাবে এজন কবিৰ সন্মুখত বহি থাকিবলৈ এই চহৰত যে এগৰাকী মডেল ওলাব, তাত মোৰ সন্দেহ আছে। এই চহৰ ইমান সংস্কৃতিবান হোৱা নাই।

ন

ডিং-ডং শব্দৰ কলিং বেলটো বাজি উঠিল। মই ঘড়ী চাই দেখিলো ১১ ৪০ বাজিছে। নিশ্চয় হতাশা আহিছে। মই গৈ দুৱাৰ খুলি দিলো।

মোৰ সন্মুখত হিন্দী ছবি জগতৰ অভিনেত্ৰী ৰাণী মুখাৰ্জীৰ নিচিনা এজনী ছোৱালী। শীতৰ পোছাক পিন্ধা। নীলা চেলোৱাৰ, পাৰ্পল কালাৰৰ হাইনেক চুৱেটাৰ, জোতা আৰু মোজা পিন্ধা দুভৰি।

'হতাশা?' মই প্ৰশ্ন কৰিলো।

'হয়। নমস্কাৰ।'

'মই ত্ৰিনয়ন। আহক, সোমাই আহক।'

মই পৰ্দাখন, যাক জীৱন্ত দুৱাৰ বুলি ভাবোঁ, কোচাই দুৱাৰমুখটো মুকলি কৰি দিলো। যাৰ কাষেৰে হতাশা ভিতৰলৈ সোমাই আহিল।

'আজি ৰাতিপুৱাৰে পৰা ফেৰফেৰীয়া এজাক বতাহ বলি আছে। কি ঠাণ্ডা পৰিছে নহয় এইকেইদিন?' মই পৰিৱেশটো হতাশাৰ বাবে সহজ কৰি তুলিবলৈ প্ৰশ্ন কৰিলো।

'হয়। ইমান ঠাণ্ডা আগতে পৰা মনত নাই। কেইদিনমান আগতেতো বৰফো পৰিছিল আচৰিতভাৱে, অৱশ্যে মাত্ৰ এসপ্তাহৰ বাবে। তাৰ কোনো কাৰণ কোনেও উলিয়াবই নোৱাৰিলে। এতিয়াও কিন্তু ঠাণ্ডা কমা নাই। মই অৱশ্যে যিমানে ঠাণ্ডা পৰে সিমানে ভাল পাওঁ।'

'কিয়নো?'

'উঁ। মই ভাল পাওঁ তীব্ৰ শীত। ধক্‌ধকীয়া বগা বৰফ, লঠঙা গছ, লঠঙা পাহাৰ, সৰাপাতৰ মৰ্মৰণি।'

'আপুনি কবিতা পঢ়ে?'

'নপটো, তাৰ অৰ্থ এইটো নহয় যে মই কবিতা বেয়া পাওঁ। আচলতে কবিতা বুজি নাপাওঁ। কবিতা এক অদ্ভুত শিল্প। সেই কাৰণে মই আপোনাৰ লগত কাম কৰিব খুজিছোঁ। মই কবিতাক জানিব খোজোঁ। মই আপোনাৰ কামত আহিমনে?'

'নিশ্চয় আহিব।'

'নহয়, আপুনি কৈছিল মোক এবাৰ চাই ল'ব।'

'দেখিলোৱেই। চাই ল'ম মানে কথা পাতি লোৱাৰ কথাই কৈছিলো। যেতিয়া কাম আৰম্ভ হ'ব তেতিয়া আপুনি কেতিয়াবা সম্পূৰ্ণভাৱে কাপোৰ খুলি দিবলগাও হ'ব পাৰে। যেনেদৰে পৃথিৱী বিখ্যাত চিত্ৰশিল্পীসকলে ন্যুড চিত্ৰ আঁকোতে মডেলবোৰ হৈছিল।'

'আপুনি যি কয় তাকে কৰিম। শিল্পৰ প্ৰতি সেই শ্ৰদ্ধা মোৰ আছে। আৰু সাহসো আছে। কিন্তু মোৰ এটা প্ৰ'ব্লেম আছে।'

'কি প্ৰ'ব্লেম?'

'মোৰ গাত এটা জৰুণ আছে। সেইটোৱে দিগদাৰি নকৰেতো?'

'জৰুণ? ক'ত আছে?'

'দুইটা ব্ৰেষ্টৰ মাজত।'

'ওহ হোঁ। এইটো এটা নতুন কথা। ঠিক আছে সময়ত দেখা যাব। আপুনি কিন্তু এতিয়া এখন এগ্ৰিমেণ্টত ছাইন কৰিব লাগিব।'

বেডৰুমৰ ড্ৰয়াৰটোৰ পৰা আনি মই এখন টাইপ কৰা কাগজ হতাশাৰ সমুখত ধৰিলো আৰু ক'লো— 'কাগজখন পঢ়ি চাওক।'

হতাশাই কাগজখন পঢ়িবলৈ ধৰিলে। আৰু মই হতাশাৰ জৰুণটোৰ কথা ভাবিবলৈ ধৰিলো। জৰুণটো এবাৰ চাবলৈ মোৰ তীব্ৰ ইচ্ছা হ'ল। মোৰ মনত পৰিল আন এটা জৰুণলৈ।

মোৰ মাৰ মাকৰো এটা জৰুণ আছিল। বুকুৰ ঠিক মাজতে, কিন্তু ওপৰ অংশত। সৰুতে আমি সেই আইতাৰ কোলাত উঠোঁতে জৰুণটোক নিবিড়ভাৱে পাইছিলো। কিচকিচীয়া ক'লা এটা বুটমাহৰ সমান সেই কুৎচিৎ বস্তুটো সকলোৰে চকুত পৰিছিল। আমি কেতিয়াবা সেইটো টিপি টিপি আইতাক সুধিছিলো— 'এইটো কি, এইটো কি?'

আইতাই কৈছিল— 'টিপি নাথাকিবি। তাত জীউ থাকে। জোৰকৈ টিপিলে কেতিয়াবা মৰি থাকিম।'

হতাশাই তাইৰ পাৰ্চটোৰ পৰা পেনটো উলিয়ালে আৰু নিৰ্দিষ্ট ঠাইত চহী কৰি মোক সুধিলে— 'আজি ২৪ তাৰিখ হয়নে?'

মই ক'লো— 'ইয়েছ। ২৪ ডিচেম্বৰ, ২০০৪।'

'তেন্তে মই কেতিয়া আহিম?' হতাশাই সুধিলে।

'আপুনি কাইলৈ আহক, এই একে সময়তে।'

## দহ

হতাশাক ক'ত বহিবলৈ দিম তাকে ভাবিলো। সাধাৰণতে মোৰ বেডৰূমত পঢ়া-শুনা কৰাৰ অভ্যাস, বিছনাত শুই শুই। কিন্তু হতাশাক বেডৰূমলৈ লৈ যোৱাটো ঠিক নহ'ব। আনহাতে ড্ৰইংৰূমৰ পৰিৱেশটোও ভাল নালাগে। ড্ৰইংৰূমত থাকে কৃত্ৰিমতা। তদুপৰি ড্ৰইংৰূমত বিছনাও নাই।

মই ইমানদিনে চাবলৈ অকণো কৌতূহলবোধ অনুভৱ নকৰা গেষ্ট ৰূমটোৰ দুৱাৰখন খুলি পেলালো। 'বাঃ বাঃ ' মোৰ মুখৰ পৰা স্বতঃস্ফূৰ্তভাৱে ওলাই গ'ল।

বেডৰূমটোতকৈ সৰু কিন্তু ভীষণ পৰিপাটিৰে ৰূমটোৱে যেন কাৰোবাৰ বাবে অপেক্ষাৰত হৈ আছিল। মই খিৰিকী দুখন খুলি দিলো। চেঁচা বতাহ এজাক সোমাই আহি মোক কঁপাই তুলিলে। লগে লগে জপাই দিলো খিৰিকী দুখন। মই ঠিক কৰিলো, ইয়াতেই আৰম্ভ হওক এক গুচ্ছ কবিতাৰ জন্ম। হতাশা এই বিছনাখনতে বহিব আৰু মই সন্মুখত এযোৰ চকী-মেজ লৈ বহি থাকিম আৰু নিৰীক্ষণ কৰিম হতাশাক। তাইৰ শৰীৰ আৰু আত্মাৰ পৰা উলিয়াই আনিম কবিতাৰ শাৰীবোৰ। মই সামান্য উত্তেজিত হৈ পৰিলো। কাৰণ, আৰু এঘণ্টাৰ পাছতেই হতাশা আহি পাব। হতাশাৰ জৰুণটো চাবলৈ মই উদগ্ৰীৱ হৈ পৰিলো।

কবিতা লিখিবৰ বাবে ৰূমটোত অলপ সাজ-সজ্জাৰ দৰকাৰ হ'ব বুলি অনুভৱ কৰিলো। মই ভাবিলো অলপ সৰাপাত পৰি থাকক বিছনাখনত,

কোঠালিটোৰ মজিয়াখনত। সৰাপাতৰ মৰ্মৰণিৰ স'তে হতাশা বহি থাকক।

মই সৰাপাত বিচাৰি ফ্লেটটোৰ পৰা নামি বাহিৰলৈ ওলাই গ'লো। হাতত পলিথিনৰ এটা কেৰীবেগ।

অজস্ৰ সৰাপাত পৰি আছিল বটজোপাৰ তলত। পুৰণি আৰু চিনাকি বটজোপা। এই বটজোপালৈ চাই চাই মই বহুদিন ভাবিছোঁ মোৰ লগত চাহ একাপ খাবলৈ বটজোপাক মাতি আনো নেকি। কিন্তু মই জানো, তেনে আতিথ্য বটজোপাই গ্ৰহণ কৰিব নোৱাৰে। এনে বহু ইচ্ছা মানুহৰ মনৰ পৰা সৰাপাতৰ দৰে সৰি যায়, যিবোৰ বুটলিব নোৱাৰি।

আৰু বটগছ, যি ইমান ওখ ইমান বিশাল। মই তাৰ সৰাপাত বিচাৰি আহিছোঁ। মই কেৰীবেগটো সৰাপাতেৰে ভৰাই ল'লো। ওজনহীন কেৰীবেগটো লৈ আহি থাকোঁতে গধুৰ গধুৰ হৈ পৰিল মনটো।

## এঘাৰ

ডিং ডং ডিং ডং

মই সৰাপাতবোৰ বিছনাখনত ছটিয়াই দিলো।

ডিং ডং ডিং ডং

মই মজিয়াখনতো ছটিয়াই দিলো কিছু সৰাপাত আৰু খিৰিকী দুখন খুলি দি আহিবলৈ দিলো প্ৰচণ্ড চেঁচা বতাহজাক।

হতাশা অলপ উদ্বিগ্ন হৈছিল, কাৰণ দুৱাৰখন খুলি দিওঁতে অলপ পলম হৈছিল।

মই ত্ৰিনয়ন বৰুৱা, এজন কবিয়ে দুৱাৰ খুলি দিলো এটা কবিতাক। আৰু ক'লো— 'ছ'ৰি, মই কিবা এটা কৰি আছিলো ভিতৰত।'

হতাশা ভিতৰলৈ সোমাই আহিল। মই হতাশাক ক'লো— 'একেবাৰে ভিতৰলৈকে আহক নহ'লে। আমি য'ত কাম কৰিম তালৈকে আহক।'

আজি হতাশাই পিন্ধি আহিছে ৰঙা চেলোৱাৰ, ক'লা বুকু ফলা ছুৰেটাৰ, তাৰ ওপৰত এখন শ্বল, সেউজীয়া ৰঙৰ।

মোৰ পিছে পিছে হতাশা সৰাপাতেৰে ভৰি থকা কোঠালিটোলৈ সোমাই আহিল।

'সৰাপাতবোৰ ক'ৰ পৰা আহিল?' হতাশাই প্ৰশ্ন কৰিলে।

'ময়ে বুটলি আনিছোঁ আৰু ইয়াতে সিঁচৰতি কৰি দিছোঁ। এই সৰাপাতৰ মাজতে আপুনি বহিব লাগিব আজি। আৰু কবিতা ক'ৰ পৰা আৰম্ভ হ'ব নাজানো। মই কাগজ-কলম লৈ বহিম। আৰু ডুব যাম কল্পনাৰ সাগৰত, শব্দৰ সাগৰত।'

হতাশাই শ্বলখন গাৰ পৰা নমাই বিছনাত থ'লে আৰু মিচিকিয়াই হাঁহিলে। যি হাঁহিয়ে তেওঁৰ মুখৰ করুণতাক কৰি তুলিলে গভীৰ। হতাশা তেতিয়াও থিয় হৈয়ে আছিল। আৰু মই বহুদূৰৰ পৰা ৰিণি ৰিণি দেখিছিলো সৰাপাতৰ মাজত থিয় হৈ থকা এজোপা গছৰ অবয়ব।

কাগজখনত খৰখৰকৈ লিখি গৈছিলো ঃ

গছ এজোপা হৈ তাই মোক মাতিছিল

আঁঠুৱনীয়া পানীৰ পৰা
মই উঠি গৈছিলো

শীতত তাই কঁপিছিল
তাইৰ গাৰ পাতবোৰ
সৰিছিল

তাই কেনেকৈ যে জানিছিল
মোৰ তেজত জুই

ঠেৰেঙা লাগি তাই কঁপিছিল
আৰু মই তাইৰ গাত মোৰ তেজ সানি দিছিলো
তাই কিন্তু গছ নাছিল

মোৰ তেজেৰে আহি তাই
মোৰ হৃদয়ৰ ঘাটত নামিব খুজিছিল

তাই কেনেকৈ যে দৌৰিছিল
মোৰ হৃদয়ৰ শূন্য ঘাট

শীতৰ গছ এজোপা হৈ তাই মোক মাতিছিল

প্ৰায় এঘণ্টাৰ মূৰত মই সম্বিত ঘূৰাই পালো। আৰু দেখিলো কাগজখনত লিপিবদ্ধ হৈ গ'ল এটা প্ৰেমৰ কবিতা। মই হতাশালৈ চালো, হতাশা তেতিয়াও তেনেকৈয়ে থিয় হৈ আছিল। তাইৰ চকুত তিৰবিৰণি। মই হতাশাৰ হাত এখন খামুচি ধৰিলো আৰু ক'লো— 'চাওক, কবিতা এটা লিখি পেলালো। এনেকৈ লিখা এইটোৱে পৃথিৱীৰ প্ৰথম কবিতা। ইয়াৰ আগতে কোনেও মডেল ব্যৱহাৰ কৰি কবিতা লিখা বুলি শুনা নাই। আমাৰ এই এক্সপেৰিমেণ্ট ছাক্সেছফুল হ'ব পাৰে।'

'এই কবিতাটো পঢ়ি চাব পাৰোনে?'

'ওহোঁ। আজি নালাগে। কবিতাটো প্ৰথম পৰ্যায়তে আছে, তাক অলপ ঠিক-ঠাক কৰিব লাগিব। মই কপি কৰি আপোনাক পাছত দিম। তেতিয়া পঢ়িব।'

'ঠিক আছে, হ'ব। আপোনাক এটা কথা কওঁ— আপুনি মোক 'তুমি' বুলি মাতিব।'

'হয় নেকি। হ'ব। তেন্তে বহা। আজিলৈ তোমাৰ কাম শেষ। কফি একাপ খাই যাবা। মই বনাম।'

হতাশা বিছনাখনত বহি পৰিল।

মই ক'লো— 'সৰাপাতবোৰ উঠাই দিব পাৰা আৰু দৰকাৰ নাই।'

হতাশাই সৰাপাতবোৰ সামৰিবলৈ ধৰিলে আৰু মই কিচেনত সোমালো।

এখন ট্ৰেত দুকাপ ধোঁৱাই থকা কফি আৰু নিমখীয়া বিস্কুট কেইখনমান আনি মোৰ লিখা-মেলা কৰা মেজখনৰ ওপৰতে থৈ ক'লো— 'খোৱা।'

হতাশাই দুঘোটমান খাই সুধিলে— 'কাইলৈ আহিমনে?'

'আহিবা। এই একে সময়তে।'

বাৰ

২৬ ডিচেম্বৰ, ২০০৪।

মনৰ ভিতৰতে নিজকে প্ৰস্তুত কৰি তুলিবলৈ চেষ্টা কৰিলো— আজি হতাশাক অনন্য ৰূপত আৱিষ্কাৰ কৰিব লাগিব। কালিৰ কবিতাটো আছিল এটা সাধাৰণ কবিতা। মই ৰচনা কৰিব লাগিব নাৰীৰ অপাৰ সম্ভাৱনাৰ শব্দৰাশি। অসাধাৰণ কবিতা। কোনেও নভবা, নিলিখা কবিতা! আজি হতাশাৰ নিৰাভৰণ শৰীৰক উন্মোচিত কৰিব লাগিব শব্দৰ মাজত। আজি পৰীক্ষা হ'ব মোৰ কল্পনাশক্তিৰ। মোৰ চিন্তাস্ৰোতৰ!

মই পাৰিমনে? মই পাৰিমনে হতাশাক নিৰাভৰণ হ'বৰ বাবে ক'বলৈ? মোৰ যদি জিভা কোঁচ খায়?

মই নিজকে সাহসী কৰি তুলিবলৈ চেষ্টা কৰিলো। আৰু এক সৃষ্টিশীল অস্থিৰতাত থাকিলো ছটফটাই।

কালিৰ সময়তে হতাশাই আহি মোৰ দুৱাৰত নক কৰিলে।

মই তাইক ভিতৰৰ ৰুমলৈ লৈ গ'লো।

তাই সুধিলে— 'কালিৰ কবিতাটো কপি কৰিলে নেকি?'

'নাই কৰা। কালি যেনেকৈ আছিল, তেনেকৈয়ে আছে। অকণো ঠিক-ঠাক কৰিব পৰা নাই। আমাৰ কামবোৰ শেষ হ'লেহে সেইবোৰক লৈ বহিম। তেতিয়াহে তুমি পঢ়িব পাৰিবা। তাৰ আগতে নহয়।'

হতাশাই একো নক'লে। বিছনাখনতে বহিল।

মই অতি সহজভাৱেই অকণো খোকোজা নলগাকৈ ক'লো— 'আজি ভীষণ ঠাণ্ডা। তোমাৰ কষ্ট হ'ব। তথাপি ক'বই লাগিব, আজি তুমি শৰীৰৰ ওপৰৰ অংশৰ কাপোৰবোৰ খুলি দিব লাগিব। পাৰিবানে?'

'পাৰিবই লাগিব। এগ্ৰিমেণ্টত ছাইন কৰিছোঁ যেতিয়া!'

'তুমি ইমান কো-অপাৰেটিভ হ'বা বুলি ভবাই নাছিলো।'

'কো-অপাৰেটিভতকৈ প্ৰফেছনেল বুলি ক'ব পাৰে।'

'মইতো তেনেকুৱাই বিচাৰিছিলো।'

মই চকীখনত বহিলো। পেনৰ সাঁফৰটো খুলিলো। মোৰ সমুখৰ বগা পৰিচ্ছন্ন কাগজখিনি এবাৰ মোহাৰি ল'লো। কাৰণ, কবিতা লিখিবৰ সময়ত মই কেতিয়াও পৰিষ্কাৰ আৰু নিভাঁজ কাগজত লিখিব নোৱাৰো। মই সাজু হ'লো।

মই শেষবাৰৰ বাবে হতাশাক চালো আৰু ক'লো— 'মই ৰেডি আছোঁ। আৰু তুমি মই নোকোৱাকৈয়ে এটা সময়ত লাহে লাহে কাপোৰ খুলি পেলাবা। তুমি নাভাবিবা যে তোমাৰ সন্মুখত মই বহি আছোঁ, হ'ব?'

হতাশাই মূৰ দুপিয়াই সন্মতি জনালে।

আৰু মই চাই ৰ'লো উকা দেৱালখনলৈ, য'ৰ পৰা কোনো কবিতাৰ শব্দ নামি নাহে।

আকাশখন গোমা হৈ আছিল। আৰু প্ৰচণ্ড শীতে নিথৰ কৰিছিল পৃথিৱীখন। ক'তো শব্দ হোৱা নাছিল। হতাশা আছিল সম্পূৰ্ণ নীৰৱ আৰু অজস্ৰ শব্দৰ টনা-আঁজোৰাত মোৰ কলম নিস্পন্দ হৈ ৰৈছিল আৰু মই একো দেখা নাছিলো। হতাশা হৈ পৰিছিল অদৃশ্য।

কিমান সময় তেনেকৈ আছিলো, ক'ব নোৱাৰো। এনেতে দেখিলো মজিয়াত খহি পৰিছে হতাশাৰ কাপোৰবোৰ। আৰু মই দেখিলো হাতীদাঁতৰ দৰে বগা, মসৃণ এটা শৰীৰ মোৰ চকুত জিলিকি উঠিছে। মই চকু দুটা মুদি দিব নোৱাৰিলো। কলমটোৱে ভয়তে মোৰ আঙুলিৰ মাজত সোমাই পৰিল। মোৰ সন্মুখৰ কাগজ খৰমৰাই উঠিল।

মই নিজকে ক'লো— ওহোঁ! এয়া কবিতা নহয়। আৰু বিদ্ধ হ'ব লাগিব সেই স্তনবৃন্তৰে। আৰু থকা-সৰকা হ'ব লাগিব স্পৰ্শহীন স্তনবৃন্তৰে মোৰ হৃদয়। আৰু যাতায়াত কৰিব লাগিব সৌন্দৰ্যৰ বিষাদ প্ৰান্তৰে প্ৰান্তৰে। স্পৰ্শহীন প্ৰেমৰ দুৰ্গম পথেৰে।

আৰু হঠাৎ নিজে নজনাকৈয়ে মন্ত্ৰমুগ্ধৰ দৰে মই উঠি গ'লো হতাশাৰ নিৰাভৰণ শৰীৰৰ কাষলৈ আৰু তাইৰ থুঁতৰিটোত ধৰি কাতৰভাৱে ক'লো— 'জৰুণটো .. জৰুণটো চাওঁ। ..'

কিচ্‌কিচীয়া ক'লা এটা কাবুলী বুট গজি আছিল হতাশাৰ দুই স্তনৰ মাজত। বুটটোৰ ওপৰত কেইডালমান মোটা, কিচকিচীয়া ক'লা চুলি। মই থৰ হৈ গ'লো। এয়া এক বিষাদৰ কাৰুকাৰ্য। এক বিষাদ ভাস্কৰ্য। মই হতাশাৰ ৰূপালী বৃত্তৰ স্তন দুটা নেদেখিলো। মই দেখিলো কেৱল সেই জৰুণটো— ক'লা কণমানি এটা বৃত্ত। পৃথিৱীৰ সমস্ত বিষাদ য'ত গোপনে গজি উঠিছে।

হতাশা নীৰৱ।

অভিব্যক্তিহীন।

মই পিছুৱাই আহি চকীখনত বহি পৰিলো আৰু এৰি দিলো মোক মোৰ কলমটোৰ হাতত—

১

তৃতীয় স্তন গজি উঠে
নাৰীৰ প্ৰাচীন দুটা স্তনৰ ক্লান্তিৰ মাজত

যেন কিবা অভিশাপ আছিল
যাৰ বাবে মই দেখিলো
সেই তৃতীয় স্তন

খেৰৰ খচখচনিৰ স'তে বান্ধি থোৱা
মোৰ উশাহ ছিগি যায়
আৰু মই বাগৰ সলাওঁ
কাপোৰ খহোৱা শব্দত
বতাহৰ ওঁঠৰ পৰা
শীতৰ টোপাল সৰে তেতিয়া

২

আৰু কণমানি এডাল ঘাঁহৰ দৰে
হালে-জালে তৃতীয় স্তন
মোৰ চকুহালিৰ পৰা
মই মোক ৰক্ষা কৰিব নোৱাৰো
মোৰ হাত দুখনৰ পৰা
মই মোক তুলি আনিব নোৱাৰো
মই উচুপি উঠোঁ
এটা মৰি যোৱা শীতৰ ঋতুৰ তলৰ পৰা

আৰু স্পৰ্শ কৰোঁ
কঠিন গোলাকাৰ শিলাময় ভাবনাৰ
তৃতীয় স্তন!

৩

আন দুটা স্তনে বিনায়
অতি নগুঠা হৈ
যাৰ ভিতৰেৰে মই অনুভৱ নকৰিলো
বৃত্তাকাৰ পৃথিৱী
তুলি নানিলো সিহঁতক
গভীৰ সোণালী আন্ধাৰৰ পৰা
মাংস আৰু দুগ্ধৰ পৰা
তুলি নানিলো কোনো সমুদ্ৰৰ পৰা
সিহঁতৰ শংখ ভংগিমা।

৪

আৰু মই প্ৰাচীন হৈ যাওঁ
সকলো প্ৰাচীন হৈ যায়
বতাহৰ গাত আঁউজি
ঠেঁটুৰে লাগি টোপনি যায় জোন।
আৰু মই হঠাৎ গোন্ধ পাওঁ মোৰ আত্মাৰ
তৃতীয় স্তনৰ নামনিত।
য'ত আৰু বেছি শীত নামে
আৰু বতাহৰ চেঁচা হাতে
বান্ধি থয় প্ৰাচীন গছবোৰৰ কঁপনি

এই শীততো কণমানি এডাল ঘাঁহৰ দৰে
হালে-জালে তৃতীয় স্তন।

মই প্ৰায় উচুপি উঠিলো। কিয় লিখিলো এনেকুৱা এটা কবিতা। কিয় লিখিলো ইমান দুখৰ শব্দৰাশি। মই আকৌ হতাশাৰ কাষলৈ উঠি গ'লো আৰু তাইৰ চকুত চকু থৈ সুধিলো—

'এবাৰ জৰুণটো, কেৱল জৰুণটো চুই চাবলৈ দিবানে?'

হতাশাই ক'লে— 'জৰুণটোৰ ভিতৰত এখন সাগৰ শুই আছে। যদি গৰ্জি উঠে?'

'সাগৰ?'

'উঁ, আপুনি চুলেই গম পাব।'

আৰু মই মোৰ তৰ্জনী আঙুলিটো কিচ্‌কিচীয়া ক'লা কাবুলী বুটটোৰ ওপৰত ৰাখিলো।

## তেৰ

হয়। সাগৰ গৰ্জি উঠিছিল।

সেইদিনা আছিল ২৬ ডিচেম্বৰ, ২০০৪।

সেইদিনাই সামুদ্ৰিক জোৱাৰ আৰু প্ৰচণ্ড ভূমিকম্পই সৃষ্টি কৰিছিল চুনামি নামৰ প্ৰলয়ংকৰী সামুদ্ৰিক বিভীষিকা। সেইদিনাই সাগৰীয় ধ্বংসলীলাই কাঢ়ি নিছিল লাখ লাখ লোকৰ প্ৰাণ আৰু ভাঙি পেলাইছিল আশাৰ সৌধ।

সেইদিনা সুমাত্ৰা দ্বীপৰ পৰা প্ৰায় ৫ কিলোমিটাৰ দক্ষিণ-পূব দিশত হঠাৎ সৃষ্টি হৈছিল এক প্ৰচণ্ড ভূমিকম্প। যাৰ ফলত সাগৰৰ পৃষ্ঠতলীৰ দুটা চ্যুতি পৰস্পৰ বিপৰীতে উঠা-নমা কৰিছিল আৰু পৃথিৱীখন নিজৰ কক্ষপথত হৈ পৰিছিল অস্থিৰ, অশান্ত, উত্ৰাৱল।

সুমাত্ৰাৰ কাষৰ সৰু সৰু দ্বীপবোৰ সেইদিনা দক্ষিণৰ পিনে বহুদূৰ আঁতৰি গ'ল আৰু ওপৰলৈ উঠি আহিল। সেই সাগৰীয় জোৱাৰটোৱে দক্ষিণ আৰু দক্ষিণ-পূব এছিয়াৰ দ্বীপ আৰু উপকূলীয় অঞ্চলবোৰ মহতিয়াই গ'ল। পাহাৰসদৃশ বিশাল বিশাল ওখ জোৱাৰে নিমিষতে শেষ কৰি পেলালে লাখ লাখ মানুহ সেইদিনা।

ভাৰত, চীন, ইণ্ডোনেছিয়াকে ধৰি সাতখনমান দেশৰ অজস্ৰ মানুহ

এনেদৰেই ছুনামিৰ আক্ৰমণত গৃহহাৰা, পুত্ৰহাৰা, স্বামীহাৰা, পিতৃ-মাতৃহাৰা, পত্নীহাৰা হৈ পৰিল। নিঠৰুৱা হৈ পৰিল সাগৰৰ পাৰৰ কত যে শ্ৰমজীৱী মানুহ। গছৰ ডালত ওলমি থাকিল অচিনাক্ত মৃতদেহ, শিশুৰ বস্ত্ৰ, শিশুৰ খেলনা।

এই সাগৰীয় বিভীষিকাৰ অন্তৰালত এটা কিচ্‌কিচীয়া ক'লা কাবুলী বুটৰ দৰে জৰুণ আছিল বুলি মই এই পৃথিৱীত মাত্ৰ এজন মানুহকে পতিয়ন নিয়াব পাৰিম। আৰু সেইজন মোৰ বাহিৰে আন কোনো নহয়। কাৰণ, মোৰ তৰ্জনী আঙুলিটোত গুড়ি গুড়ি নিমখ লাগিছিল।

ঃ ক্রিং ক্রিং ক্রিং ক্রিং ...

ঃ হেল্ল'।

ঃ অ' আণ্টি? ইমানুল আছে নেকি?

ঃ সিতো এতিয়া ঘৰত নাই। তুমি কোন? কিবা ক'ব লাগিব?

ঃ ছোৱালী এজনীয়ে ফোন কৰা বুলি ক'ব।

ঃ তোমাৰ নামটো কি?

ঃ ইমানুলে জানে। ছোৱালী এজনীয়ে ফোন কৰা বুলি ক'লেই হ'ল।

ৰাবিয়াৰ মুখখনলৈ মেঘ এচপৰা নামি আহিল। ছোফাখনত ধুপুচকৈ শৰীৰটো যেন খহি পৰিল তাইৰ। হুঁ! ইমান উদ্ধত ছোৱালী! সোধোঁতেও নামটো নক'লে। 'ইমানুলে জানে, ছোৱালী এজনীয়ে ফোন কৰা বুলি ক'লেই হ'ল।' এয়া কিবা কথা হ'ল নেকি? ক'ৰ ছোৱালী, ইমানুলক কিয় লাগে, কি কাম, কি সম্পৰ্ক— এইবিলাক মই জানিব নোৱাৰো নেকি? মই ইমানুলৰ মাক নহয়? মাকজনী হৈ মোৰ কি অধিকাৰ নাই, মোৰ ল'ৰাক কোনোবা ছোৱালীয়ে ফোনত বিচাৰিব আৰু মই সেই ছোৱালীজনীৰ নামটো জানিব নোৱাৰিম? ৰাবিয়াৰ খঙটো টিঙিচ টিঙিচকৈ উঠিবলৈ ধৰিলে। কিবা এক অভিমানত তেওঁ উমি উমি জ্বলি-পুৰি মৰিবলৈ ধৰিলে। পৰাহেঁতেন ৰাবিয়াই কৈ দিলেহেঁতেন, হয়, ইমানুল আছে। কিন্তু হেৰা ছোৱালী, ইমানুল তোমাৰ বাবে নাই। ইমানুল যদি আছে তোমাৰ এই আণ্টিৰ বাবে আছে ..

ৰাবিয়াৰ একমাত্ৰ সন্তান ইমানুল। সি বেংকত জইন কৰাৰ দুমাহ হৈছেহে মাত্ৰ। দেউতাকে মাক-পুতেকক এৰি আন এগৰাকী বিয়া কৰাই গুচি যাবৰ কেইবাবছৰো হ'ল। সি তেতিয়া হাইস্কুলতে। 'আব্বা' বুলি মতা তাৰ নিজৰ কণ্ঠস্বৰটো এতিয়া তাৰ কাণৰ গহ্বৰত স্মৃতি হৈ আছে। স্মৃতি— যি আৰু উলটি নাহে।

তাৰ দেউতাকৰ দৰেই উলটি নাহে। তাৰ দেউতাক মণিৰুজ্জ জামান আছিল এজন চৰকাৰী বিষয়া। দিলাৰা হাফিজ নামৰ অফিচৰে কৰ্মচাৰী এগৰাকীৰ লগত অধিক মিলা-মিছা হোৱাৰ কথা বহুদিনৰে পৰা ৰাবিয়ায়ো শুনি আছিল। কিন্তু বিশ্বাস কৰা নাছিল। মণিৰুজ্জ জামানে তেনে কিবা

কৰিব পাৰে বুলি তাই কল্পনাই কৰিব পৰা নাছিল। ৰাবিয়াৰ স'তে তেওঁৰ সম্পৰ্ক যে কিমান মধুৰ আৰু গভীৰ আছিল। দৈনন্দিন জীৱনৰ সকলো সৰু-বৰ ঘটনা দুয়ো দুয়োকো বিৱৰি কৈছিল। লাগ-বান্ধ নোহোৱা কিছুমান কথা পাতি পাতি তেওঁলোকৰ কেতিয়াবা ৰাতি দুভাগ পাৰ হৈ গৈছিল। কি কথা নাজানিছিল সিহঁতে ইজনে-সিজনৰ। এটা পৰুৱাই কামোৰা কথাও দুয়ো দুয়োৰে আগত ব্যক্ত কৰিছিল, যেন সেই পৰুৱাৰ কামোৰৰ পিৰপিৰণিখিনিও দুয়ো সমানে ভগাই ল'ব।

তেনেকুৱা দিনবোৰৰ মাজতে এদিন মণিৰুজ্জ জামান ৰাতি ঘৰলৈ ঘূৰি নাহিল। গোটেই ৰাতি দুঃশ্চিন্তা-উদ্বিগ্নতাত ৰাবিয়া জ্বলি-পুৰি মৰিছিল। দিলাৰা হাফিজ নামৰ সেই কৰ্মচাৰীগৰাকীৰ কথা ৰাবিয়াই সেইদিনা ৰাতি নভবাকৈ থকা নাছিল। ভাবিছিল— দিলাৰা হাফিজে এই সহজ-সৰল মানুহটোক কিবা জালত পেলাব খুজিছে নেকি? সেইবোৰ কথাকে ভাবি ভাবি ৰাবিয়া ক্লান্ত হৈ পৰিলেও ৰাবিয়াই নিজকে পতিয়ন নিয়াব পৰা নাছিল যে নিজৰ মানুহটোৱে তেনে এটা কাম কৰিব পাৰিব।

ৰাতিপুৱা অফিচৰ চকীদাৰজনে বগা খাম এটা যেতিয়া ৰাবিয়াৰ হাতত আহি দিছিলহি আৰু খামটোৰ ওপৰত মণিৰুজ্জ জামানৰ ৰাবিন্দ্ৰীক হাতৰ আখৰকেইটা যেতিয়া ৰাবিয়াৰ চকুৰ সন্মুখত জিলিকি উঠিছিল, তেতিয়াহে ৰাবিয়াৰ বুকুখন ছিৰিংকৈ গ'ল।

খামটো ৰাবিয়াই চকীদাৰজনৰ সমুখত খুলিবই নোৱাৰিলে। খামটো হাতত লৈ তাই একেবাৰে বিছনাখনৰ ওচৰ পাইছিল। যিখন বিছনা তাইৰ আৰু মণিৰুজ্জ জামানৰ সকলো কথাৰ সাক্ষী হৈ আছে। বিছনাখনত বহি ৰাবিয়াই ততালিকে খামটো খুলি ভিতৰৰ পৰা এখন বগা কাগজ উলিয়াই আনিলে। তাত লিখা আছিল—

মৰমৰ ৰাবিয়া,

তোমাক বহুদিনৰ পৰা কওঁ কওঁ বুলিও যি কথা তুমি দুখ পাবা বুলি ক'ব পৰা নাছিলো, আজি তাতকৈও মাৰাত্মক কাম এটা কৰি পেলালো। আমাৰ অফিচৰে এগৰাকী কৰ্মী দিলাৰা হাফিজক লৈ মই অলপ পাছতে

ক'ৰবালৈ গুচি যাম। কাইলৈ আমাৰ নিকাহ হ'ব। তুমি মোক ক্ষমা নকৰিবা বুলি জানো। মোৰ অন্য উপায় নাছিল। দিলাৰা মোৰ জীৱনৰ বাবে অনিবাৰ্য নাৰী। কিন্তু তোমাকো মই তালাক দিয়াৰ কথা ভবা নাই। ইতি

—তোমাৰ মণিৰুজ্জ

ৰাবিয়াৰ মূৰত সৰগ ভাগি পৰিল। তালাক দিবলৈ আৰু কি বাকী থাকিল মণিৰুজ্জ? তোমাৰ ৰাবিয়া ধ্বংস হৈ গ'ল। এই ৰাবিয়াই তাইৰ দেহ-মন, ভালপোৱা-বিশ্বাস, সকলো কেৱল তোমাৰ বাবেই সঞ্চিত কৰি থৈছিল। আজি এই সকলোবোৰ ধূলিসাৎ হৈ গ'ল। তোমাৰ এই চিঠিখনে আমাৰ সকলো সম্পৰ্কৰ যৱনিকা পেলালে। ... কাইলৈ তোমাৰ নিকাহ হ'ব— ছিঃ, লাজ লগা নাই ক'বলৈ? নিজৰ স্ত্ৰীক চকুপানীৰ বন্যাত উটুৱাই দি আন এগৰাকী নাৰীক আঁকোৱালি ল'বা। সাৱধান। মোৰ নামটো ঘুণাক্ষৰেও উচ্চাৰণ নকৰিবা তাইৰ আগত। তোমালোকৰ ঘৃণনীয় কথা-বতৰাৰ মাজত মোৰ নামটো এবাৰৰ বাবেও উচ্চাৰণ হোৱাটো মই নিবিচাৰো। আৰু তাই? সেই ৰাক্ষসিনীয়েও শান্তিত থাকিব নোৱাৰিব চাবা। নাৰী হৈও আন এজনী নাৰীৰ বুকুৰ পৰা মানুহজনক কাঢ়ি নিব পায়নে? তাই পাপত ডুবি মৰিব ..

+ + +

ক্ৰিং ক্ৰিং ক্ৰিং ক্ৰিং

ক্ৰিং ক্ৰিং ক্ৰিং ক্ৰিং

ঃ হেল্ল'!

ঃ ইমানুল এতিয়াও আহি পোৱা নাই আণ্টি?

ঃ নাই। এতিয়াও অহা নাই। কিবা জৰুৰী কথা আছে নেকি?

ঃ অঁ, জৰুৰীয়েই। সি আহিলেই মোক ফোন কৰিবলৈ ক'বচোন।

ঃ তোমাক মানে কাক? তোমাৰ নাম?

ঃ ইমানুলে জানে। এজনী ছোৱালীয়ে ফোন কৰা বুলি ক'লেই হ'ল।

স্মৃতিৰ জগতৰ পৰা ৰাবিয়াক ফোনটোৱে, ফোনটোৰ সিপাৰৰ পৰা ভাহি অহা কণ্ঠস্বৰটোৱে কঠোৰ বাস্তৱলৈ টানি লৈ আহিল। ৰাবিয়াই ভাবিবলৈ ধৰিলে— কিয় এই ছোৱালীজনীয়ে তাইৰ নামটো ক'ব খোজা নাই? কিয় তাই বাৰে বাৰে তাইৰ নামটো গোপন কৰিব খুজিছে? এই গোপনতাৰ পৰাই অশ্লীলতাৰ জন্ম হয়। এই গোপনতাৰ পৰাই বিশ্বাস চুৰি হয়। এই ছোৱালীজনী, ইমানুলৰ এই বান্ধৱীজনী— তায়ো কি ইমানুলক মোৰ বুকুৰ পৰা কাঢ়ি লৈ যাব? দিলাৰা হাফিজে যিদৰে মণিৰুজক লৈ গৈছিল।

এয়া কি তাৰেই ইংগিত?

ৰাবিয়াৰ মূৰটো কামুৰিবলৈ ধৰিলে। তাই অৱশ হৈ পৰিল আৰু বিছনাত বহি গ'ল। তাৰ পাছত তাই বিছনাখনত এবাৰ দীঘল দি পৰিল, কিন্তু লগে লগে আকৌ উঠি গ'ল। তাই উঠি গ'ল ইমানুলৰ কোঠালিটোলৈ।

ইমানুলৰ কোঠালিটো আন্ধাৰ হৈ আছে। ৰাবিয়াই লাইটৰ চুইচটো অন কৰি দিলে। এছাটি পোহৰে ৰাবিয়াৰ চকুৰ সন্মুখত মেলি ধৰিলে ইমানুলৰ কোঠালিটোৰ বিশৃংখলতা। অন্য দিনা হোৱা হ'লে ৰাবিয়াই কোঠালিটোক বিশৃংখলতাৰ পৰা মুক্ত কৰিলেহেঁতেন। ধুনীয়াকৈ সজাই-পৰাই থ'লেহেঁতেন। কিন্তু আজি ৰাবিয়াৰ অকণো মন নগ'ল। তাইৰ যে নিজৰেই মনৰ ভিতৰখন বিশৃংখল হৈ পৰিছে। অতীতৰ স্মৃতি আৰু এইমাত্ৰ আণ্টি বুলি ফোনত সম্বোধন কৰা ছোৱালীজনীয়ে তাইৰ ভিতৰখন খেলি-মেলি লগাই তাইক অশান্ত কৰি তুলিলে।

ৰাবিয়াই ইমানুলৰ বিছনাৰ গাৰুটো বুকুত সাবটি ধৰি তাৰ বিছনাখনতে নিথৰ হৈ পৰি থাকিল।

+ + +

অপৰাজিতাৰ কোঠালিটো ভিতৰৰ পৰা বন্ধ। কিন্তু লাইট জ্বলি আছে। অৰ্থাৎ তাই শোৱা নাই। লাইটৰ পোহৰত তাই শুব নোৱাৰে। অপৰাজিতাৰ মাকে দুৱাৰৰ কাষলৈ আহি কাণপাতি শুনিবৰ চেষ্টা কৰিছে— ভিতৰত কি কৰিছে অপৰাজিতাই। নাই, একো ধৰিব নোৱাৰিলে। মাকে লাহেকৈ

দুৱাৰত দুটা টোকৰ মাৰি চালে। অপৰাজিতাৰ কোঠালিটোৰ দুৱাৰ খোল খাই গ'ল।

ঃ মা। আহঁা।

ঃ কি কৰিছা? শোৱা নাই?

ঃ নাই শোৱা। কিতাপ এখন পঢ়ি আছোঁ।

ঃ মোৰো টোপনি অহা নাই অ'। সেইকাৰণে বাৰাণ্ডাখনতে বহু সময় বহি আছিলো। তাৰ পাছত তই শুলিনে নাই এবাৰ চাওঁ বুলি আহিলো। লাইটটো জ্বলি থকা দেখিহে তোক মাত দিলো।

ঃ আহঁা আহঁা। একো নহয় দিয়া বহা।

মাক বহিল। অপৰাজিতায়ো বিছনাখনত উঠি গাৰুটোৰ ওপৰত বুকুখন ভেজা দি মাকৰ মুখৰ পিনে চাই ৰ'ল। মাকৰ মুখখনত যেন অজস্ৰ প্ৰশ্ন ভৰি আছে। ভিতৰখনত যেন ছাটি-ফুটি কৰি আছে প্ৰশ্নবোৰে।

ঃ কোৱা মা, তুমি কিবা ক'বলৈ আহিছা। তুমি এনেয়ে অহা নাই। তোমাৰ মুখখন দেখিলেই গম পায়।

ঃ নহয় অ' এনেয়ে আহিছোঁ, কিনো কথা থাকিব পাৰে মোৰ।

ঃ আংকল আজিও অহা নাই?

ঃ আজি আহিছিল। আহিয়েই তোক লগ পাব বিচাৰিছিল।

ঃ লগ পাব বিচাৰিছিল, কিয়?

ঃ জানো, কিবা কথা আছে হেনো।

অপৰাজিতাৰ বুকুখন গধুৰ হৈ গ'ল, কিবা এক শংকাত। কিন্তু তাই তাক প্ৰকাশ নকৰিলে। তাই ক'লে—

ঃ আংকলে জনা কথা তুমি নাজানিবা? সেয়া হ'বই নোৱাৰে। কোৱা মা, কি কথা কোৱা, প্লিজ কোৱানা। মই একো বেয়া নাপাওঁ।

অপৰাজিতাই মাকৰ মুখখন তাইৰ ডিঙি আৰু থুঁতৰিটোৰ মাজত আলফুলে সাবটি ধৰিলে।

ঃ এৰি দেচোন, এৰি দে। কওঁ ৰ।

অপৰাজিতাই মাকৰ মুখখন এৰি দিলে।

ঃ কোৱা—

সেইদিনাখন জোতা ভাল কৰা মিস্ত্ৰীটোক দিবলৈ খুচুৰা টকা বিচাৰি তোৰ পাৰ্চটো চাওঁতে এখন চিঠি পালো। চিঠিখনত লিখা কথাবোৰক লৈ মোৰ ক'বলগা একো নাই। কিন্তু তলৰ নামটো দেখিহে মোৰ চিন্তা লাগিছে। ইমানুল— মানে নিশ্চয় মুছলমান ল'ৰা?

ঃ নহয়, মা সি মুছলমান নহয়। তাৰ দেউতাকহে মুছলমান আছিল। কিন্তু মা তুমিতো এইবিলাক নামানিছিলা?

ঃ মই নামানিলে কি হ'ব। সমাজখনতো সলনি হোৱা নাই। আমাৰ আত্মীয় মানুহবোৰ— সিহঁততো সলনি হোৱা নাই। তই তেনে কিবা এটা কৰিলে সিহঁতে আমাক একেবাৰে এৰিব। আৰু আমি যে ইমান অকলশৰীয়া মানুহ।

ঃ আংকল আছে নহয়। এই সমাজখনতকৈ আংকল শ্ৰেষ্ঠ, বেছ শক্তিশালী— আচ্ছা মা, দেউতা কেনেকুৱা আছিল?

ঃ তোৰ দেউতাও ঠিক আংকলৰ নিচিনাই আছিল। জাতি-ধৰ্মৰ ভেদ নামানিছিল। আনকি ভগৱানো বিশ্বাস নকৰিছিল। আমাৰ ঘৰখনৰ ক'তো কোনো দেৱ-দেৱীৰ মূৰ্তিতো নাছিলেই, আনকি ছবি এখনো নাছিল। মইহে গ্লাছেৰে বন্ধোৱা লক্ষ্মীৰ সৰু ছবি এখন পাকঘৰৰ চুকত ৰাখিছিলো। তোৰ দেউতাৰে মোক একো কোৱা নাছিল। বাধাও দিয়া নাছিল। প্ৰথমতে মই সদায় লক্ষ্মীৰ ছবিখনৰ সমুখত গধূলি এবাৰ হ'লেও ধূপ-চাকি জ্বলাইছিলো। পাছলৈ লাহে লাহে মোৰো কিবা আস্থা নোহোৱা হৈ আহিল। কাৰণ তোৰ দেউতাৰ নিজেই আছিল এজন দেৱতা।

মাকৰ চকু দুটা চলচলীয়া হৈ আহিল। অপৰাজিতাও আবেগবিহ্বলা হৈ পৰিল আৰু মাকৰ হাত এখনত খামুচি ধৰিলে। তাই দেউতাকক মনত পেলাবলৈ চেষ্টা কৰিলে। দেউতাকৰ মুখখনৰ সৈতে আৰু কিছুমান টুকুৰা-টুকুৰ দৃশ্য তাইৰ চকুৰ সমুখত ভাহি উঠিল। দেউতাকে তাইক ৰিক্সাত তুলি স্কুললৈ থ'বলৈ যোৱা, দেউতাকৰ হাতত ধৰি চহৰৰ ব্যস্ত ৰাস্তা-ঘাট পাৰ হোৱা, দেউতাকে তাইক আইচক্ৰীম কিনি দিয়া, মিনা বজাৰৰ মেলাত লৈ ফুৰোৱা, পাৰ্কলৈ লৈ গৈ ঝুলনাত বহাই ঠেলি ঠেলি দোলাই থকা— এইবোৰ দৃশ্যৰ বাহিৰে তাই আৰু একো মনত পেলাব নোৱাৰিলে। শৈশৱৰ

আটাইতকৈ সুন্দৰ আৰু মোহনীয় সময়খিনিতে খেলা-ধূলা, হাঁহি-তামাচাৰে দেউতাকৰ সৈতে ক্রমশঃ সম্পর্ক গভীৰৰ পৰা গভীৰতৰ হৈ আহিবলৈ ধৰা সময়খিনিতে তাই দেউতাকক হেৰুৱাব লগাত পৰিছিল।

এটা গধুৰ হুমুনিয়াহ ওলাই আহিল অপৰাজিতাৰ।

অপৰাজিতাৰ কোঠালিটো হঠাতে অস্বাভাৱিকধৰণে গহীন হৈ পৰিল। ৰাতিৰ চৰাই এটাই ক'ৰবাৰ পৰা চিঁচিয়াই উঠিল আৰু সেই গহীনতাক অধিক মূর্ত কৰি তুলিলে। মাজৰাতিৰ আকাশখন তেতিয়া মেঘমল্লাৰ ৰাগেৰে চাগে' গধুৰ হৈ ওন্দলি উঠিছিল।

নিজৰ নিজৰ ভাবত নিমজ্জিত হ'বলৈ নিজৰ নিজৰ বিছনাখনেই অধিক প্রশস্ত। সেই কথা সেই মুহূর্তত অপৰাজিতা আৰু মাক দুয়ো চাগে' অনুভৱ কৰিছিল। সেয়ে অপৰাজিতাই ক'লে—

ঃ কাইলৈ কথা পাতিম দিয়া মা। এতিয়া শোৱাগৈ যোৱা। মোৰো টোপনি ধৰিছে।

+ + +

অপৰাজিতাৰ পাঁচ বছৰ বয়সত, তাই যেতিয়া নার্চাৰী ক্লাছত পঢ়ি আছে, তেতিয়া আন এটা মটৰ দুর্ঘটনাত পতিত হৈ তাইৰ দেউতাক অমৰ চলিহা ঢুকাইছিল। মৃত্যুৰ ভয়াবহতাক তেতিয়া অপৰাজিতাৰ উপলব্ধি কৰিব পৰা বয়স নহয়। তাই মাথোঁ অনুভৱ কৰিব পাৰিছিল। দেউতাকৰ অনুপস্থিতি।

দেউতাকৰ মৃত্যুৰ পাছত তেওঁ যিজন পুৰুষ মানুহক লগ পাইছিল, সেইজন আছিল তাইৰ আংকল। দেউতাকৰ দৰেই প্ৰাণোচ্ছল এজন মানুহ। বয়স চল্লিশো হ'ব পাৰে, পঞ্চলিশো হ'ব পাৰে। ওখ-পাখ, সুন্দৰ স্বাস্থ্যৰ, ৰঙটো সামান্য ক'লা। উজ্জ্বল চকু দুটাত অন্তৰ ঐশ্চর্যৰ স্বাক্ষৰ জিলিকি থাকে। যিয়ে তেওঁক এবাৰ লগ পায়, তেওঁৰ ব্যক্তিত্বত মুগ্ধ নোহোৱাকৈ থাকিব নোৱাৰে।

কিন্তু অপৰাজিতাই যি বয়সত আংকলক লগ পাইছিল, ব্যক্তিত্ব কি বস্তু সেয়া জানিব বা বুজিব পৰাৰ বয়স নাছিল। হাৰমনিয়াম এখন আংকলে

এদিন সিহঁতৰ ঘৰলৈ লৈ আহিছিল। তাই আৰু মাকে অপলক দৃষ্টিৰে চাই আছিল হাৰমনিয়ামখনলৈ।

আংকলে তাইক কাষলৈ মাতিছিল— অপৰাজিতা আহাঁ। এইটো তোমাৰ। মই তোমাক গান শিকাম? এইবুলি তাইৰ কণমানি হাত দুখন আংকলে নিজৰ হাতৰ মাজত লৈ আলফুলে হাৰমনিযামৰ ৰিদত বুলাই দিলে। আংকলে গালে 'সাৰে গামা পা '

হাৰমনিয়ামখনে মাতিলে

'সা ৰে গা মা পা

সা ৰে গা মা পা '

গানৰ সুৰবোৰ যেনেদৰে মানুহৰ বুকুৰ ভিতৰলৈ সোমাই যায়, ঠিক তেনেকৈ তাইৰ আংকলো তাইৰ বুকুৰ ভিতৰলৈ আটাইতকৈ প্ৰিয়, শ্ৰদ্ধেয় ব্যক্তিৰ দৰে সোমাই গৈছিল। দেউতাকৰ অবিহনে সেই আংকলেই আছিল তাইৰ অবিভাৱক, শিক্ষক আৰু বন্ধু।

অপৰাজিতাই মাজে মাজে ভাবে— তাইৰ আংকলজন দেউতাক থাকোঁতে কিয় অহা নাছিল? এদিন তাই মাকক সুধিছিলো— 'মা, আংকল আগতে আমাৰ ঘৰলৈ কিয় অহা নাছিল, দেউতা থাকোঁতে?'

মাকে জানিছিল তাইৰ এই প্ৰশ্নত কোনো কুটিলতা নাই। অকপটভাৱে তাই মাকক সেই কথা সুধিছে। কিন্তু এই প্ৰশ্নৰ সঠিক উত্তৰ কি হ'ব পাৰে সেয়া তাইৰ মাকেও সেইদিনা বিচাৰি পোৱা নাছিল। মাকে উত্তৰত যি কৈছিল সেয়া সম্পূৰ্ণভাৱে সত্য নাছিল কিজানি।

মাকে কৈছিল— 'দেউতাৰ যে নাই। দেউতাৰ থাকোঁতে তেৱেঁই তোমাৰ লগত খেলিছিল। তেৱেঁই তোমাৰ লগৰীয়া আছিল। দেউতাৰ নোহোৱা হোৱাৰ পাছত তোমাক জানো লগৰীয়া এজন নালাগে? সেয়ে আংকল আহে। ময়ে আংকলক তোমাৰ কাৰণে লৈ আহিছোঁ। তোমাৰ আংকল ইমান ভাল, নহয়?'

'ইমান যে ভাল। ইমান ধুনীয়া ধুনীয়া গানো গায়। কিন্তু মা, আংকলে যে মোক গান শিকাব খোজে— মই গান নিশিকো। মই গান গাব নোৱাৰো। মই গান শুনিহে ভাল পাওঁ। তুমি আংকলক ক'বাচোন মই গান নিশিকো

বুলি।'

'মোক তুমি যেনেকৈ কৈছা তুমিয়ে আংকলক তেনেকৈ ক'বাচোন, আংকলে বুজিব নহয়।'

অপৰাজিতাই আংকলৰ পৰা গান নিশিকিলে। তাই গান গাব নোৱাৰে। কিয় গাব নোৱাৰে তাৰ কোনো উত্তৰ নাই। তাই কেৱল গান শুনে। বুকুতে কেছেট ৰেকৰ্ডাৰটো গুঁজি লৈ তাই সদায় গান শুনে। গান শুনি গানৰ বুকুতে তাই মৰি যাবলৈ বিচাৰে। গানে তাইৰ চকুৰ সমুখত খুলি দিয়ে নতুন দুৱাৰ। আৰু যেতিয়া তাইৰ আংকলে গজল গায়, সেই গজলৰ সুৰে সুৰে গৈ তাই আবিষ্কাৰ কৰে নতুন নতুন পৃথিৱী, নতুন নতুন আকাশ— বাস্তৱতাৰ মাজত যি সৃষ্টি হ'ব নোৱাৰে।

অপৰাজিতাৰ মাক এটা বীমা নিগমৰ কৰ্মচাৰী আৰু তাইৰ আংকল স্থানীয় কলেজ এখনৰ অধ্যাপক। অপৰাজিতাক মাকে কৈছিল— তাইৰ আংকলজন আছিল তাইৰ মাকৰ কলেজীয়া দিনৰ বন্ধু। 'বন্ধুত্ব' কি বস্তু আজি অপৰাজিতাই বুজিব পৰা হৈছে। তাই জানে— পুৰুষ আৰু নাৰীৰ বন্ধুত্ব কি পৰ্যায়ৰ হ'ব পাৰে।

আজি অপৰাজিতা ইমান ডাঙৰ হৈছে। মানুহৰ মাজৰ সকলো সম্পৰ্কক তাই অনুভৱ-উপলব্ধি কৰিব পৰা হৈছে। মানুহৰ মাজত ঘটিত কোনো সম্পৰ্কক তাই অস্বাভাৱিক বুলি নাভাবে। মানুহ এনে এক প্ৰাণী, যি কেৱল যন্ত্ৰণাৰ পিছত যন্ত্ৰণা বিচাৰি থাকে। মানুহৰ মাজত স্থাপিত সকলো সম্পৰ্কৰে উৎস এই যন্ত্ৰণা। তাই নিজেও এই যন্ত্ৰণাৰ মাজত লালিত হৈছে।

মাক, আংকল আৰু তাইৰ মাজৰ সম্পৰ্কটো ধৰি ৰাখিছে যন্ত্ৰণাই। এদিন অপৰাজিতাই দেখিছিল— মাকৰ এখন হাত আংকলৰ হাত দুখনৰ মাজত সোমাই আছে। মাকৰ চকুৰ পৰা দুধাৰি লোতক গালেৰে নামি আহিছে। আংকলৰ দৃষ্টি উদাস। সেই দৃশ্য দেখি অপৰাজিতা ৰ'ব পৰা নাছিল। তাই আংকল আৰু মাকৰ মাজত গৈ থিয় হ'ল। মাক আৰু আংকলৰ হাতকেইখন নিজৰ হাতৰ মাজত সাবটি ধৰিলে। কিবা এক আনন্দত কিবা এক যন্ত্ৰণাত তাই তেওঁলোকৰ মুষ্টিবদ্ধ হাতকেইখনত চুমা

খাই দিলে। আৰু যন্ত্ৰণাৰ পৰা উৎসাৰিত আনন্দত তাই উটি গ'ল। মাকে হুকহুকাই কান্দি উঠিল। তায়ো হুকহুকাই কান্দি উঠি আংকলৰ চোলাৰ দুবাহু তিয়াই দিলে। সেইদিনা তাই অনুভৱ কৰিছিল। আংকলৰ বুকুৰ ভিতৰত আছে আন এখন যন্ত্ৰণাৰ জগত। যিখন জগতলৈ তাই কেতিয়াও নিমন্ত্ৰিত হোৱা নাই।

এনেকৈয়ে সেই তিনিটা প্ৰাণীয়ে প্ৰত্যেকে নিজৰ নিজৰ বুকুৰ ভিতৰত একোখনকৈ যন্ত্ৰণাৰ জগত লৈ বাস কৰিছিল একেখন জগততে, প্ৰায় একেটা ঘৰতে। আংকল কেতিয়াবা কেতিয়াবা সিহঁতৰ ঘৰতে ৰাতিও থাকি গৈছিল। কেতিয়াবা তিনি-চাৰি দিনলৈও থাকিছিল।

অপৰাজিতাই এবাৰ সুধিছিল—

'আংকল তুমি আমাৰ লগত থাকিব পাৰা দেখোন। তোমাক এৰি আমাৰ একো খাব-ল'বৰ, থাকিবৰ মন নাযায়। তুমিনো অন্য এটা ঘৰত থাকিব লাগে কিয়?'

'থাকিব লাগে, থাকিব লাগে সোণটো। তুমি নুবুজিবা। সকলো বন্ধনৰ, সকলো সম্পৰ্কৰ পৰিণতি বিচ্ছেদ। সেয়ে মাজে মাজে বিচ্ছেদো সৃষ্টি কৰি ল'ব লাগে।'

সুজিতাই আধা বুজিছিল, আধা বুজা নাছিল। হয়, আংকলৰ কথাই ঠিক, সকলো বন্ধন বিচ্ছেদত সমাপ্ত হয়। কিন্তু এই যে বন্ধন— এই বন্ধননো হৈ যায় কেনেকৈ? বন্ধননো কি? ইমানুলৰ স'তে তাইৰ যি বন্ধন, তাৰো পৰিণতি কি বিচ্ছেদ?

+ + +

দীঘলকৈ কলিং বেলটো বাজি উঠিল। ৰাবিয়াই দুৱাৰ খুলি দিলে। ইমানুলে ইতিমধ্যে চোলাটো খুলি পেলাইছিলেই। চোলাটো মাকৰ হাতত দি সি সুধিলে— কোনোবাই ফোন কৰিছিল নেকি?

ৰাবিয়াই উত্তৰ দিলে—

'অঁ কৰিছিল, দুবাৰ।'

'দুবাৰ?'

'অঁ, তোক ফোন কৰিবলৈ কৈছে।'

'হাত-মুখ ধুই লওঁ ৰ।'

'কিন্তু তই যে নুসুধিলি কোনে ফোন কৰিছে? তই তাৰ মানে জানই?'

'অঁ জানোতো। কোনে কৰিব আৰু। এজনী ছোৱালী নহয়?'

'ছোৱালীতো হয়েই। কিন্তু কোননো তাই? ইমান অভদ্ৰ ছোৱালীনে? তাইৰ নামটো দুবাৰো সুধিলো, নাই নকয়। বাৰে বাৰে মাত্ৰ কয়— 'ইমানুলে জানে, ছোৱালী এজনীয়ে ফোন কৰা বুলি ক'লেই হ'ব।'

'নহয় অ' মা, ছোৱালীজনী বৰ মুডী। তাই কিবা তেনেকুৱাই। কিন্তু বৰ ভাল ছোৱালী মা। পাছত গম পাবা নহয়, কিমান যে ভাল ছোৱালী।'

ৰাবিয়াৰ বুকুখন চিৰিংকৈ গ'ল। 'পাছত গম পোৱাৰ অৰ্থ মানে তই কি ক'ব খুজিছ' বুলি ৰাবিয়াৰ মুখলৈ ওলোটা প্ৰশ্ন এটা প্ৰায় ওলাই আহিছিলেই। কিন্তু হঠাতে তাই জিভাত কামোৰ মাৰি বৈ গ'ল। তাই সম্বৰণ কৰিলে নিজকে। সেই কথা নোসোধাই ভাল। সেই কথা জানি মূৰটো নষ্ট নকৰাই ভাল। তথাপি ৰাবিয়াৰ মূৰৰ ভিতৰলৈ এটা দুঃশ্চিন্তা আৰু সাম্ভাব্য অসন্তুষ্টিৰ ভাব এটা আগুৱাই আহিল।

ইমানুলে বাথৰুমত হাত-মুখ ধুই আছিল। ৰাবিয়াই কেৰাহিকৈ লক্ষ্য কৰিলে— সি টেলিফোনৰ সন্মুখত থিয় হৈছে। দুঃশ্চিন্তা আৰু কৌতূহলৰ দুছটা ডাৱৰে ৰাবিয়াৰ মনৰ আকাশত ভুমুকি মাৰিলে। কিন্তু তাই ততালিকে ডাবৰ দুছটা ঠেলি পঠালে আৰু পাকঘৰলৈ সোমাই গ'ল।

ইমানুলে টেলিফোনৰ ৰিচিভাৰটো হাতত তুলি ল'লে আৰু ডায়েল কৰিবলৈ ধৰিলে। সিপাৰত বাজি উঠিল—

ক্ৰিং ক্ৰিং ক্ৰিং ক্ৰিং

ঃ হেল্ল'

ঃ ইমানুল। তুমি দুবাৰ ফোন কৰিছিলা বোলে?

ঃ অঁ, দুবাৰ। তুমি এতিয়াহে আহিলা নেকি?

ঃ অঁ, এইমাত্ৰ। আহিয়েই তোমালৈ ফোন কৰিছোঁ। কোবাচোন কিবা হৈছে নেকি?

ঃ অঁ, সাংঘাতিক কথা। তোমাক মই এতিয়াই লগ পাব লাগিছিল।

কিন্তু এতিয়াতো ৰাতিয়েই হ'ল। কাইলৈ ৰাতিপুৱা আঠ বজাত মোক লগ ধৰিবা।

ঃ ক'ত লগ ধৰিম?

ঃ ডিষ্ট্ৰিক্ট লাইব্ৰেৰীলৈ আহিবা। বহুত কথা আছে। তুমি অফিচলৈ যাব নোৱাৰিবা কিন্তু। হ'ব?

ঃ এ এ এহ্ অফিচ কৰিব নোৱাৰিম নেকি?

ঃ পাৰিবা, কিয় নোৱাৰিবা। অফিচ কৰিলে মোৰ লগত কথা হ'ব নোৱাৰিবা। থাকক দিয়া, মোৰ একো ক'ব লগা নাই।

ঃ তুমি যে পটক্‌কৈ খং কৰা। ধেমালিহে কৰিছোঁ।

ঃ ধেমালি আকৌ কিহৰ? মই তোমাক কেতিয়াবা তোমাৰ অফিচ খতি কৰাৰ কথা কৈছোঁ নেকি?

ঃ নাই কোৱা, নাই কোৱা। হ'ব দিয়া, কাইলৈ তেনেহ'লে আঠ বজাত মই লাইব্ৰেৰীৰ সমুখত থিয় হৈ থাকিম?

ঃ অঁ, পুৱা আঠ বজাত।

ঃ এতিয়া?

ঃ এতিয়া কিবা দিবা নেকি?

ঃ চৰ লাগে?

ঃ নহয় অ', গুড নাইটতো দিব পাৰা।

ঃ দিছোঁ দিছোঁ— গুড নাইট। অনলি গুড্‌নাইট বাট নো ড্ৰিম!

+ + +

ডিষ্ট্ৰিক্ট লাইব্ৰেৰীৰ সমুখৰ ফুটপাথটোতে বহি বহি ইমানুলে চিগাৰেট জ্বলালে। সি চাৰে সাত নৌ বাজোঁতেই আহি পালেহি। আঠ বাজিবলৈ এতিয়াও আধাঘণ্টা বাকী আছে। সি দীঘল দীঘলকৈ চিগাৰেটটো টানিবলৈ ধৰিলে। তাৰ সমুখৰ ৰাস্তাটো শূন্য নহয়। গাড়ী-মটৰৰ বিভিন্ন শব্দেৰে ৰাস্তাটো লাহে লাহে মুখৰিত হৈ আহিবলৈ ধৰিলে।

ৰিক্সা এখনত উঠি যোৱা আদহীয়া মানুহ এগৰাকীয়ে ইমানুলক এনেকৈ চাই গ'ল যে সি ভাবিবলৈ বাধ্য হ'ল— কিয় তাক এনেকৈ চাই গ'ল।

নিশ্চয় মানুহগৰাকীয়ে তাৰ নিচিনা দেখনিয়াৰ ডেকা ল'ৰা এটাই ফুটপাথত বহি চিগাৰেট টানি থকা দেখি ল'ৰাটো অপ্ৰকৃতিস্থ বুলি ভাবিছে। ৰফিকে ভাবিলে— প্ৰকৃতিস্থনো কোন আছে এই পৃথিৱীত। সকলোৱে কিবা নহয় কিবা কাৰণত অপ্ৰকৃতিস্থ। সি নিজে ফুটপাথত বহি থকা কামটো এবাৰ বিশ্লেষণ কৰি চালে— যিয়ে নহওক অন্ততঃ এই কামটোত কোনো অপ্ৰকৃতিস্থতা নাই বুলি সি নিজকে পতিয়ন নিয়ালে। ডিষ্ট্ৰিক্ট লাইব্ৰেৰীৰ সমুখত আঠ বজাত অপৰাজিতাক বৈ থাকিম বুলি সি কথা দিছিল। কিন্তু কিবা কাৰণত সি অলপ সোনকালে আহি পালেহি। তাৰ চিগাৰেট এটা খাবৰ মন গ'ল। চিগাৰেটটো লাইব্ৰেৰীৰ চিৰিত বহি বহি খোৱাটো শোভনীয় নহয়। সেয়ে সি লাইব্ৰেৰীৰ সমুখৰ ৰাস্তাৰ দাঁতিত আহি চিগাৰেটটো জ্বলাই লৈছিল। ৰাস্তাৰ দাঁতিতেই যিহেতু ফুটপাথ আৰু ফুটপাথ যদিও বহিবৰ বাবে কেতিয়াও সজা হোৱা নাই, কিন্তু তাত বহিলেও মহাভাৰতখন অশুদ্ধ হৈ নাযায়। যিহেতু ফুটপাথটো সি বহিবৰ কাৰণেই এই সময়ত প্ৰশস্ত।

'ঐ ডেকা ল'ৰা, কেতিয়া আহিলা' বুলি পিঠিতে প্ৰচণ্ড এচাপৰ পৰিল ইমানুলৰ। সি ঘূৰি চাই দেখিলে— অপৰাজিতা। ৰফিকে তাইৰ মুখলৈ চাই সুধিলে।

ঃ কি হ'ল, মুখখনত দেখোন একেবাৰে মেঘমল্লাৰ?

ঃ মইহে জানো কত মেঘ আহি ভিৰ কৰিছে মোৰ ভিতৰত। মেঘমল্লাৰ নহ'ব?

ঃ ব'লা ক'ৰবাত বহোঁ। মেঘবোৰৰ কথাকেই শুনো তেতিয়াহ'লে।

ঃ ক'ত বহিবা? নালাগে, ইয়াতেই বহোঁ দিয়া ফুটপাথতে। পাছত বেলেগ ক'ৰবাত বহিম।

ঃ মানুহে আমাক পগলা হোৱা বুলি ভাবিব। অলপ আগতে তিৰোতা এজনীয়ে মোক যেনেকৈ চাই গ'ল— তেওঁ চাগে' মোক নিৰ্ঘাত পগলা বুলি ভাবিছে।

ঃ এহ্ বাদ দিয়া, বাদ দিয়া মানুহৰ ভবা। মানুহে আমাক একো কৰি নিদিয়ে জানা।

অপৰাজিতাই ইমানুলৰ কাষতে ধমহকৈ বহি দিলে ফুটপাথটোৰ ওপৰতে।

: কোৱাচোন এতিয়া কথাবোৰ?

অপৰাজিতাই ইমানুলৰ হাত এখন নিজৰ হাতৰ মাজলৈ তুলি ল'লে। ইনামুলে হাতখন টানি নি ক'লে—

: ধেৎ, মানুহবোৰে কি ভাবিব?

: আকৌ মানুহৰ কথা? মানুহবোৰৰ ভাবিবলৈ অন্য একো নাই নেকি? আমি ইয়াত বহি ইমান আন্তৰিকতাৰে কথা পাতিছোঁ— মই তোমাৰ হাতখন মোৰ হাতত লৈ আছোঁ— মানুহবোৰে দেখিছে। আমিতো লুকাই-চুৰকৈ ক'ৰবাত বহা নাই। মানুহবোৰে নেদেখা হ'লে আমি কি তেনেদৰে নবহিলোহেঁতেন নেকি? মানুহে নেদেখাকৈ আমি যদি আন ক'ৰবাতে বহি কথা পাতিলোহেঁতেন, তেতিয়াও মইতো তোমাৰ হাতখন ধৰি থাকিলোহেঁতেন। মোৰ যে অভ্যাস। মই যে নহ'লে কথা পাতিবই নোৱাৰো, তুমিতো জানা?

: সকলো কথা ইমান সহজ নহয় জানা। তুমি যিমান সহজ আৰু সৰলভাৱে কথাবিলাক ভাবিছা, কথাবোৰ আনে তেনেদৰে ভাবিব নোৱাৰে, নাভাবে। তুমিতো বেলেগ এখন জগতৰ মানুহ।

: কি কৰোঁ তেনেহ'লে কোৱা? গোটেই মুডটোৱে নষ্ট হৈ গ'ল। থাওক দিয়া নালাগে, তুমি অফিচলৈ যোৱা, মই ইয়াতে বহি থাকোঁ।

অপৰাজিতা যেন ক্ষুব্ধ হৈ পৰিল।

: তোমাৰ যে টিঙিচকৈ খঙটো উঠেই। মই কথাটোহে কৈছোঁ, হ'ব দিয়া হ'ব। এয়া লোৱা ...

ইমানুলে তাৰ হাতখন অপৰাজিতাৰ পিনে আগুৱাই দিলে। অপৰাজিতাৰ হাতৰ মাজত লীন হৈ যাবলৈ এৰি দিলে। ...

দুয়ো কিছু সময় নিশ্চুপ হৈ ৰ'ল। তাৰ পাছত অপৰাজিতাই ক'বলৈ ধৰিলে—

: বিৰাট বেয়া লাগি আছে— আংকলক মই তোমাৰ কথা কোৱা নাছিলো। আংকলক নোকোৱা মোৰ কোনো কথা নাই। সেই সন্দৰ্ভে পৰা

আংকলৰ লগত মোৰ সম্পৰ্কটোৱে কেনেধৰণৰ, আংকলক মই কি নকওঁ— কি নোসোধো, আংকলে মোৰ কি নাজানে? কিন্তু তোমাৰ কথাটো মই আংকলক কিয় ক'ব পৰা নাছিলো নাজানো।

অপৰাজিতাই দীঘলকৈ এটা হুমুনিয়াহ কাঢ়িলে আৰু পুনৰ কৈ যাবলৈ ধৰিলে—

ঃ এতিয়া আংকলে গম পাইছে। আংকলে চাগে' বিৰাট দুখ পাইছে। আংকলে বিৰাট দুখ পাব জানা— মই তোমাৰ কথাটো কিয় আংকলৰ পৰা গোপনে ৰাখিলো।

মই আংকলৰ চকুলৈ চাব নোৱাৰিম। মই আংকলৰ ওচৰত ইমান সৰু হৈ যাম . ।

অপৰাজিতাৰ মাতটো থোকাথুকি হৈ আহিল। ইমানুলৰ হাতখনে তাইৰ হাতখন চেপি ধৰিলে। ইমানুলে সুধিলে—

ঃ আংকলে গম পালে কেনেকৈ?

ঃ তোমাৰ যে চিঠিখন, সেইখন সিদিনা মায়ে পালে মোৰ পাৰ্চত।

ঃ তোমাৰ মাৰাই কি কয়?

ঃ তুমি মুছলমান নেকি সুধিছে। মই নহয় বুলি ক'লো। মই ক'লো যে তাৰ দেউতাকহে মুছলমান আছিল। মায়ে সকলো কথা বুজি পায় জানা। মাৰো কোনো সংস্কাৰ নাই। আংকলৰে প্ৰভাৱ। কিন্তু মায়ে আমাৰ আত্মীয়-স্বজনৰ কথা ভাবিছে। হিন্দু ল'ৰা এটা হ'লে ভাল পালেহেঁতেন। মায়ে ক'লে, আংকলে মোক লগ পাবলৈ বিচাৰিছে হেনো। আংকলে মোক সেইবোৰ একো নোসোধে। আংকলে যদি সোধে— কি সুধিব জানা, মই কিয় তোমাৰ কথা আংকলক কোৱা নাছিলো? মই বিৰাট ভুল কৰিছোঁ জানা— মই তোমাৰ কথাটো আংকলক কিয় ক'ব পৰা নাছিলো ...। সঁচা কথা ক'বলৈ গ'লে মই কি ভাবিছিলো জানা— মই আন কাৰোবাক ভাল পোৱা বুলি শুনিলে আংকলে যেন ক'ৰবাত অকণমান দুখ পাই যাব। ...

ঃ কিয় দুখ পাব? অংকলেতো তোমাৰ মাকহে ভাল পায়, তোমাৰ লগততো আংকলৰ তেনে সম্পৰ্ক নাই। তুমি আনক ভাল পোৱা শুনি আংকলে দুখ পাব লগাৰতো কোনো যুক্তি নাই।

ইমানুলে প্ৰশ্ন কৰিলে।

: যুক্তিৰ বাহিৰতো কিছুমান কথা থাকে ইমানুল।

: আংকলৰ অন্তৰখন ইমান কোমল, আংকল ইমান বেছি ছেনছিটিভ। আচলতে আংকল এটা মস্ত শিশুৰ নিচিনা। আংকলক মই কেতিয়াবা এটা কেঁচুবাৰ দৰে মৰম কৰি দিওঁ।

: তোমাৰ আংকললৈ মোৰ ঈৰ্ষা হয়।

: ওহোঁ, ঈৰ্ষা নকৰিবা ইমানুল। আংকলৰ বাবেই মই তোমাক ভাল পাব পাৰিছোঁ। আংকলেই মোক ভাল পাবলৈ শিকাইছে। ভালপোৱা কি এক শক্তি। ভালপোৱা কি সুন্দৰ অভিজ্ঞতা। কিন্তু এই ভালপোৱাও এটা যন্ত্ৰণাৰেই পথ। হয়নে নহয় কোৱা? তুমি মোৰ পৰা সুখ পাইছা নে যন্ত্ৰণা?

: যন্ত্ৰণাই বেছি পাইছোঁ।

: আৰু পাবা। ভাল পাবলৈ অপৰিসীম যন্ত্ৰণা সহ্য কৰিব লাগিব। আৰু এই যন্ত্ৰণাৰ শেষত কি আছে জানা?

: জানো।

: কি আছে?

: যন্ত্ৰণাই।

অপৰাজিতাই ইমানুলৰ হাতখনতে চুমা এটা খাই দিলে। তাইৰ মুখমণ্ডলৰ পৰা মেঘমল্লাৰ ক'ৰবালৈ আঁতৰি গ'ল।

: মই চিগাৰেট এটা খাওঁনে?

: খোৱা।

অপৰাজিতাই ক'লে।

ইমানুলে চিগাৰেট এটা জ্বলাই এমুখ ধোঁৱা অপৰাজিতাৰ চুলিৰ মাজত এৰি দিলে। ধোঁৱাবোৰ তাইৰ চুলিৰ মাজৰ পৰা লাহে লাহে আঁতৰি যাবলৈ ধৰিলে। ইমানুলে ক'লে— চোৱা, মেঘমল্লাৰ আঁতৰি গ'ল। অপৰাজিতাই মিচিকিয়াই হাঁহিলে।

: ইমানুল, দুয়ো একেলগে গৈ আজিয়েই আংকলক লগ কৰিম হঁা। সকলো কথা খুলি ক'ম। তুমি মোক প্ৰথম চুমা খোৱাৰে পৰা আদি কৰি

যি য'ত আছে সকলো কথা। নহ'লে মই শান্তি নাপাম। আংকলক মই মিছা মাতিব নোৱাৰো কিয় জানা? আংকল মোৰ তেজত সোমাই আছে। তুমিতো মোৰ হৃদয়ত সোমাই আছা। কিন্তু আংকল মোৰ তেজত বিচৰণ কৰি আছে। মই যেন আংকলৰ জীৱনেৰেহে জীয়াই আছোঁ ...

ঃ মই বুজি পাওঁ, মই সকলো বুজি পাওঁ অপৰা। তুমি আংকলক ইমান ভাল পাব পাৰা— সেই কথাতহে মই মুগ্ধ হৈছিলো। সেই কথাই মোক তোমাৰ প্ৰতি আকৰ্ষিত কৰিছিল। ময়ো তোমাক তোমাৰ আংকলৰ কাৰণেই ভাল পাইছিলো।

ইমানুলে ক'লে।

ঃ কিন্তু আটাইতকৈ দুখৰ কথা কি জানা— আমি যে কথা পাতিছিলো লিভিং টুগেদাৰৰ কথা, সেয়া নহ'ব কিজানি?

অপৰাজিতাই মৰ্মাহতভাৱে ক'লে।

ঃ কিয়, কিয় নহ'ব?

ইমানুলে প্ৰশ্ন কৰিলে।

ঃ সকলো বন্ধন, সকলো সম্পৰ্কৰ শেষ পৰিণতি বিচ্ছেদ। তোমাৰ আৰু মোৰ সম্পৰ্কও বিচ্ছেদেৰে সমাপ্ত হ'ব। কিবা এটা অজান আৰু অপৰিচিত কাৰণত আমি ইজনে-সিজনে, সকলোৱে সকলোৰে পৰা আঁতৰি যাম। বৰ বেছি আমাৰ মাজত থাকিব পাৰে স্মৃতি। এয়ে আমাৰ জীৱনৰ যথাৰ্থতা। মই আংকলৰ পৰা অকল ভালপোৱাই শিকা নাই, মই বিচ্ছেদৰ সত্যকো গ্ৰহণ কৰিবলৈ শিকিছোঁ।

ঃ তেনেহ'লে এতিয়া কি হ'ব?

প্ৰশ্নটো সুধি ইমানুল ভীষণভাৱে গহীন হৈ পৰিল।

ঃ এতিয়া আমি দুয়ো একেলগে আংকলৰ ওচৰলৈ যাম। তাৰ পাছত কাইলৈৰ পৰা তুমি মোক দেখা নোপোৱা।

ঃ দেখা নাপাওঁ? কিয়, ক'লৈ যাবা?

ঃ এতিয়াই নকওঁ। কাইলৈ তোমাক ফোন কৰি জনাম।

\+ + +

ক্ৰিং ক্ৰিং ক্ৰিং ক্ৰিং ..

ৰাবিয়াই ৰিচিভাৰটো তুলি ল'লে।

ঃ হেল্ল'।

ঃ অ' আণ্টি। ইমানুল নাই?

ঃ সি কালিৰে পৰা ঘৰলৈ অহা নাই। কালি ৰাতিপুৱা শুই উঠিয়ে যি ওলাই গ'ল, এতিয়ালৈ তাৰ দেখাদেখি নাই। মোৰ বৰ চিন্তা হৈছে। তুমি কিবা জানা নেকি?

ঃ চিন্তা নকৰিব আণ্টি, সি আহিব। সি আহিলে তাক বৰ মৰম কৰিব আণ্টি। কাৰণ মই তাক এৰি যাম।

ঃ তুমিনো কোন?

ঃ ইমানুলে জানে।

ঃ ইমানুলেতো জানেই। মই জানিব নোৱাৰো নেকি?

ঃ মই কোন ইমানুলকে সুধিব আণ্টি .

অপৰাজিতা উচুপি উঠিল। ৰাবিয়াই ৰিচিভাৰত শুনিলে তাইৰ কান্দোনৰ শব্দ। ৰাবিয়াৰ বুকুখন মোচৰ খাই উঠিল। ৰাবিয়াই হেল্ল' বুলি চিঞৰিলে। কিন্তু সকলো সংযোগ বিচ্ছিন্ন হৈ গ'ল।

## এক

কুঁৱলীৰ মাজত ৰে'লগাড়ীখনে ধৰফৰাইছে। শীতকাল। কুঁৱলী আৰু কুঁৱলী। কুঁৱলীৰ এখন পাতল চাদৰৰ আঁচলত পৃথিৱী শুইছে। এখন পানীৰঙৰ ছবিত অসাৱধানবশতঃ হঠাতে পানী বাগৰি ছবিখনক অস্পষ্ট কৰি পেলোৱাৰ দৰে কুঁৱলীয়েও ষ্টেচনটো অদৃশ্য কৰি পেলাইছে।

ডাঠ কুঁৱলীৰ মাজত তাত যে এটা ৰে'ল ষ্টেচন আছে— যাত্ৰীসকলৰ বাহিৰে আন কোনেও ধৰিব নোৱাৰে। কিন্তু যাত্ৰীসকলেও নাজানে এই ষ্টেচনটোৰ নাম। ষ্টেচনটোত কোনো নামফলক নাই। ক'ৰবাত যদি আছিলো সেই নামফলক কুঁৱলীয়ে গিলি পেলাইছে।

সময় ৰাতিপুৱা। ৰাতিপুৱাইছে মাত্ৰ। যাত্ৰীসকলৰ মনত কেৱল ৰাতিপুৱাৰ উপলব্ধি। নিৰ্ধাৰিত কোনো সময়ৰ অস্তিত্ব নাই, এই উপলব্ধি। যাত্ৰীসকলৰ হাতত কোনো ঘড়ীও নাই। কাৰণ যাত্ৰীসকল এনে এক যাত্ৰাৰ বাবে ষ্টেচনলৈ আহিছে য'ত সময় নিৰ্ণায়ক ঘড়ী নামৰ যন্ত্ৰটোৰ কোনো প্ৰয়োজনীয়তা নাই। যাত্ৰীসকলৰ উপলব্ধিত পৃথিৱীৰ সমস্ত ঘড়ী মৰি আছে। আৰু ঘড়ী নিৰপেক্ষ যি সময় অতিবাহিত হৈ আছে, সেই অস্পষ্ট সময়ত দুলি আছে এই ৰে'ল ষ্টেচনটো।

দুটা চেঁচা লোৰ চিৰিৰ ওপৰত অজস্ৰ চকা লগোৱা গধুৰ ৰে'লগাড়ীখন কুঁৱলীৰ মাজত আৰু বেছি গধুৰ আৰু অথৰ্ব হৈ পৰা যেন লাগিছে। খুব বেছি দীঘল নহয় ৰে'লগাড়ীখন। গাড়ীখনৰ কাৰুকাৰ্যও বেলেগ ধৰণৰ। সৰু সৰু প্ৰত্যেকটো দবাই একো একোটা কোঠালি। তেনে কিছুমান কোঠালি দুজনীয়া অৰ্থাৎ দুজন বহিবৰ বাবে আৰু কিছুমান কোঠালি মাত্ৰ এজনৰ বাবে অৰ্থাৎ এজনীয়া। এনে কিমানটা কোঠালি ৰে'লগাড়ীখনে প্ৰচণ্ড শীত আৰু কুঁৱলীৰ মাজেৰে টানি লৈ যাব তাৰ হিচাপ পৃথিৱীৰ কোনেও ৰখা নাই।

হাতে হাতে চুটকেছ আৰু বেগ লৈ যাত্ৰীবোৰে নিজৰ নিজৰ কোঠালিত প্ৰৱেশ কৰিছে। প্ৰত্যেকৰে চুটকেছবোৰ কিতাপেৰে ঠাহ খাই থকা। যাত্ৰীবোৰ ভাবলেশহীন, নিশ্চুপ। বাহিৰখনৰ দৰে তেওঁলোকৰ ভিতৰখনো যেন

কুঁৱলীয়ে ঢাকি থৈছে। তেওঁলোকৰ ভিতৰখনলৈ কোনেও জুমি চাব নোৱাৰে। তেওঁলোকে প্ৰত্যেকেই যেন কুঁৱলীৰ একো একোটা অবয়ব।

ষ্টেচনটোৰ আয়তাকাৰ প্লেটফৰ্মটোত এতিয়াও কুঁৱলীৰ তেনে দুটা অবয়বে ইজনে সিজনৰ বাহুত ধৰি এনেয়ে ইফালে-সিফালে ঘূৰি ফুৰিছে। তেওঁলোকে তেওঁলোকৰ বস্তু-বাহানি নিজৰ কোঠালিত তুলি থৈ পুনৰ নামি আহিছিল। তেওঁলোকে যেন ষ্টেচনটোত বিয়পি থকা এই কুঁৱলীখিনি এৰি যাব খোজা নাই। সেয়ে তেওঁলোকে যিমান পাৰে উশাহত কুঁৱলী টানি লৈছে বুকুৰ ভিতৰলৈ।

ধৰফৰাই থকা ৰে'লগাড়ীখনে এটা কোমল আৰু কিছু কৰুণ উকি মাৰি যাত্ৰাৰ বাবে সাজু হ'ল। লগে লগে কুঁৱলীৰ সেই অবয়ব দুটাও তেওঁলোকৰ নিজৰ দবাটোত উঠিলগৈ। দুটা ছিটত দুয়ো সমুখা-সমুখিকৈ বহি ল'লে। তেওঁলোকে ইজনে-সিজনক এনেকৈ চাব ধৰিলে যেন দুয়ো দুয়োকো ক'ৰবাত হেৰুৱাইছিল আৰু এইমাত্ৰহে যে দুয়ো দুয়োকো ঘূৰাই পাইছে! নিৰৱতা।

নাৰীগৰাকীয়ে নিৰৱতা ভংগ কৰি ক'লে— 'আমাৰ টিকটটো দিয়াচোন, চাওঁ এবাৰ।'

পুৰুষজনে জেকেটৰ ওপৰৰ জেপৰ পৰা টিকটটো উলিয়ালে আৰু নাৰীগৰাকীৰ হাতত দিলে। চাৰিটা চকু টিকটৰ ওপৰত নিবদ্ধ হ'ল। দুয়ো দুয়োৰে নাম দুটা পঢ়ি ল'লে ঃ

আবৰ্ত বৰুৱা— পুৰুষ— বয়স ৫০।

পাৰবিন আখটাৰ— মহিলা— বয়স— ৫২।

এক বিমূৰ্ত ভাবত তেওঁলোক দুয়ো নিশ্চিত হ'ল যে তেনেহ'লে তেওঁলোকেই আবৰ্ত বৰুৱা আৰু পাৰবিন আখটাৰ। যিহেতু তেওঁলোকৰ হাতত থকা টিকটটোত এই দুটা নামেই লিখা আছে, গতিকে এই দুজনৰ বাহিৰে তেওঁলোক অন্য নহয়।

তথাপি আৰু বেছি নিশ্চিত হ'বৰ বাবে তেওঁলোকে আকৌ এবাৰ চালে— কি লিখা আছে গন্তব্য স্থান?

আকৌ চাৰিটা চকুৱে একেলগে পঢ়ি চালে, গন্তব্য স্থান— মৃত্যু

উপত্যকা।

তেওঁলোক নিশ্চিত হৈ পৰিল যে তেওঁলোক তেওঁলোকেই। এইটো তেওঁলোকৰেই টিকট। তেওঁলোকৰ আশ্বস্ত মুখত হাঁহি খেলি গ'ল। কুঁৱলী ঠেলি ৰে'লগাড়ীখন আগবাঢ়িবলৈ ধৰিলে।

## দুই

'আমি আৰু কবিতা নিলিখো ।' পাৰবিনে আৰম্ভ কৰিলে।

যোৱা ত্ৰিশ বছৰে 'কবিতা' নামৰ এবিধ বিপজ্জনক খেল খেলিছিল সিহঁতে। সেই খেলৰ অন্ত কেতিয়া পৰিব, সেই কথা জনা নাছিল সিহঁতে। কিন্তু সিহঁত দুয়ো এদিন স্বেচ্ছাই সকলোকে আচৰিত কৰি দি হঠাৎ কবিতাৰ পৰা বিদায় লোৱাৰ এক পৰিকল্পনা কৰিলে।

সিহঁত দুয়ো আছিল সিহঁতৰ সময়ৰ আটাইতকৈ গুৰুত্বপূৰ্ণ কবি। আবৰ্তৰ পোন্ধৰখন আৰু পাৰবিনৰ বাৰখন কবিতা পুথিয়ে সাহিত্যৰ ভঁৰাল চহকী কৰিছিল নে নাই সেই কথাৰ ভু ল'বলৈ সিহঁতে কেতিয়াও ভঁৰালটোলৈ ভুমুকি মাৰি চোৱা নাছিল। সাহিত্যৰ যে ভঁৰাল আছে, আৰু সেইটোনো ক'ত থাকে তাক নাজানিছিল সিহঁতে। সিহঁতে ধাৰণা কৰিছিল— যদি তেনে কিবা এটা বস্তু আছেও, সেয়া পাঠকসকলেই কান্ধত কঢ়িয়াই লৈ ফুৰে।

সিহঁতৰ চাৰিখনমান পুথিৰ পুনৰ্মুদ্ৰণলৈ চাই ক'ব পাৰি যে সিহঁতৰ পাঠকৰ সংখ্যা একেবাৰে তাকৰ নাছিল। এখন ঠাইত, এটা ভাষাত কবিতাৰ পাঠকৰ জন্মই বা হয় কিমান। কিমান পাপৰ ফলত জন্মে কবিতাৰ এজন পাঠক?

নিৰুত্তৰ হৈ থকা দেখি পাৰবিনে আবৰ্তৰ আঁঠুটো জোকাৰি দিলে। 'একো নামাতিলে যে! মই কৈছিলো— আমি আৰু কবিতা নিলিখো।'

আবৰ্তই মূৰ দুপিয়ালে। ক'লে— 'এৰা এৰা, আজিৰ বাতৰি কাকতত কথাটো ওলাই যাব। কালি এখন কাকতৰ ষ্টাফ ৰিপ'ৰ্টাৰে মোৰ ঘৰলৈকে আহি কথাটো কিমান সঁচা মোক সুধিছিল জানা। মই কৈছিলো শতকৰা এশভাগেই সঁচা।

তেতিয়া ৰিপ'ৰ্টাৰজনে সুধিলে— 'এনেদৰে অকস্মাৎ কবিতাৰ পৰা বিদায় লোৱাৰ কাৰণ?'

মই ক'লো, 'কোনো নির্দিষ্ট কাৰণ নাই। কাৰণটো বিমূর্ত।'

ৰিপ'ৰ্টাৰজনে পুনৰ সুধিলে— 'আপোনাৰ লগত পাৰবিন আখটাৰো যাব নেকি?'

মই উত্তৰত ক'লো— 'মোৰ লগত নহয়। অর্থাৎ মোৰ বাবে নহয়। দুয়ো অকলে অকলে একেখন ঠাইলৈ যাম।'

'তেনেহ'লে ইমান বছৰে আমি আপোনালোক দুজনৰ যিবোৰ কাহিনী শুনিছিলো, সেইবোৰ সঁচা?' ৰিপ'ৰ্টাৰে প্ৰশ্ন কৰিলে।

মই কি ক'লো জানা— যে কাহিনীক মই বিশ্বাস নকৰো। কাহিনী শব্দটোৱেই মিছাৰ দ্বাৰা আশ্ৰিত। কাহিনীতকৈ আমাৰ জীৱন শ্ৰেষ্ঠ।'

পাৰবিনে মুখতে ধৰিলে— 'তেনেকৈ ক'ব নালাগিছিল। ৰিপ'ৰ্টাৰজনে বা কি বুজিলে! তাতকৈ সঁচা বুলি কৈ দিয়াহেঁতেনে ভাল আছিল। কাহিনীবোৰেতো আমাৰ একো অন্যায় কৰা নাই। বৰং কিছুমান কাৰণে আমাৰ কাহিনীবোৰ প্ৰেৰণাহে হৈছিল। আমি কাহিনীবোৰক একেবাৰে অৱজ্ঞা কৰা অনুচিত?'

আবৰ্তই এটা দীঘল হুমুনিয়াহ এৰিলে। হুমুনিয়াহটোৱে দবাটোত বিয়পি থকা কুঁৱলী অকণমান ফালি পেলালে। পাৰবিনে দেখিলে, আবৰ্তৰ হুমুনিয়াহত ফালি যোৱা কুঁৱলীবোৰ নামি আহি তাইৰ বুকুৰ ওপৰেৰে পৰি থকা শাৰীখনৰ ভাঁজকেইটাত জিৰণি লৈছে। সোঁহাতখন তাই বুকুলৈ নিলে, শাৰীৰ ভাঁজকেইটাৰ ওপৰেৰে তাই হাতখন খুব লাহে লাহে বুলাবলৈ ধৰিলে— যেন তাই কুঁৱলীখিনিক গুৱাই থ'ব খুজিছে।

আবৰ্তৰ হুমুনিয়াহটো ওলাই আহিছিল হুমুনিয়াহটোৰ তলত থকা কথাবোৰৰ বাবে। বহু কথাৰেই আৰম্ভণি হয় হুমুনিয়াহেৰে। আচলতে হুমুনিয়াহটোৰ তলত থকা কথাবোৰ সেমেকি থাকে। কথাবোৰ আৰ্দ্ৰ আৰু গধুৰ হৈ থাকে বাবে সহজতে কথাবোৰ ওলাই নাহে। আৰু যেতিয়া ওলায়, নাভিৰ তলৰ পৰা উঠি আহে সেই কণ্ঠস্বৰ।

কিন্তু আবৰ্তৰ কথাবোৰ ইমান সেমেকি আছিল যে কণ্ঠস্বৰটো আছিল

মৌন— সি ওলাই আহি পাৰবিনৰ হাতখনত খামুচি ধৰিছিল। কণ্ঠস্বৰটোৱে যেন শৰীৰহে ধাৰণ কৰিছিল— নহ'লে পাৰবিনৰ হাতখনক ইমান জোৰেৰে সাবটি ধৰিছিল কোনে?

আৰু পাৰবিনে সেই কণ্ঠস্বৰটোৰ গামোচাত যেন শুনিছিল আবৰ্তৰ বুকুৰ ভিতৰৰ সকলো কথা। যি কণ্ঠস্বৰটোৱে পাৰবিনৰ খামুচি ধৰা হাতখনত লিখি দিলে— 'ওহোঁ, কবিতা লিখিব নোৱাৰিলে মই মৰি যাম।'

এই মানুহজন— এই মানুহজনক আজিও চিনি নাপালে পাৰবিনে। সুদীৰ্ঘ ত্ৰিশ বছৰ ধৰি এই মানুহজনৰ লগত তাইৰ কিমান অন্তৰংগতা, কিমান নিবিড়তা, কিমান বন্ধুত্ব! ক'ত ক'ত সিহঁতে ঘূৰি ফুৰা নাই। কি কি সিহঁতে কৰা নাই। তথাপি পাৰবিনে আজিও নাজানিলে, আজিও নাজানিলে এই মানুহজন কিয় ইমান অস্থিৰ? কিয় ইমান বিমূৰ্ত? এই মানুহজনক কিহে পৰিচালনা কৰি আছে— কিহে?

সন্মুখৰ চিৰি দুটাৰ কুঁৱলী ঠেলি ঠেলি ৰে'লগাড়ীখন গৈ আছে। কুঁৱলী আঁতৰি যোৱা নাই। ৰে'লগাড়ীখন পাৰ হ'লেই কুঁৱলীবোৰে আকৌ আহি এৰি থৈ যোৱা লোৰ চিৰি দুটা অদৃশ্য কৰি পেলায়।

আবৰ্ত আৰু পাৰবিনে দুয়ো খিৰিকীৰে বাহিৰলৈ চাই আছে। খিৰিকী দুখনেও কুঁৱলীৰ বাবে একো দৃশ্য টানি আনিব পৰা নাই। সচৰাচৰ ৰে'লযাত্ৰাৰ দৰে আজি ৰে'লগাড়ীখনৰ পিছলৈ দৌৰিবলৈ গছ-গছনি, পৰ্বত-পাহাৰ আৰু নদী-পথাৰে আৱৰা পৃথিৱীখন নায়েই। সেই পৃথিৱী আজি কুঁৱলীৰ অধিকাৰত।

আবৰ্তই চিগাৰেট এটা জ্বলালে। জ্বলি উঠা দিয়াচলাইৰ কাঠীত কিছু কুঁৱলী পুৰি গ'ল।

পাৰবিনে ক'লে— 'মোকো এটা দিয়া।'

পেকেটটোৰ পৰা উলিয়াই আবৰ্তই চিগাৰেট এটা তাইৰ হাতত দিলে। তাই চিগাৰেটটো জ্বলাবলৈ চকুৰ ইংগিতেৰে আবৰ্তৰ ওঁঠত জ্বলি থকা চিগাৰেটটো বিচাৰিলে। তাই দিয়াচলাইৰ এটা কাঠী বচাবলৈ নে দিয়াচলাইৰ কাঠী জ্বলাই আৰু অকণমান কুঁৱলী নুপুৰিবলৈ তেনে কৰিছিল আবৰ্তই ধৰিব নোৱাৰিলে। দুয়োজনৰ ওঁঠৰ পৰা চিগাৰেটৰ ধোঁৱাবোৰ কুঁৱলীৰ

স'তে মিহলি হৈ গ'ল আৰু কুঁৱলী হৈ উঠিল অধিক জীৱন্ত।

চিগাৰেটৰ ধোঁৱাৰ উষ্ণতা পায়েই কিজানি আবৰ্তৰ হুমুনিয়াহটোৰ তলত থকা সেমেকা কথাবোৰ সজীৱ হৈ উঠিল। যিটো কণ্ঠস্বৰে পাৰবিনৰ হাতত খামুচি ধৰিছিল। সেই কণ্ঠস্বৰটোৰ তলৰ কথাবোৰ আবৰ্তৰ মুখলৈ ওলাই আহিল—

'পাৰবিন, চোৱা— নিজকে এবাৰ চোৱাচোন তুমি কাৰ কাষত বহি আছা। তোমাৰ সপোন যেন লগা নাইনে? মোৰ কিন্তু সপোন সপোন লাগিছে, পৃথিৱীৰ সকলোকে এৰি আহি এই কুঁৱলীৰ মাজত আমি দুয়ো বহি আছোঁ। আমাৰ মাজত কোনো প্ৰাচীৰ নাই আজি। কোনো বান্ধোনো নাই। আমি দুয়ো দুয়োকে যেন ক'ৰবাত এৰি থৈ আহিছোঁ। এই অৰ্থহীন জগতত আমি কেৱল প্ৰাৰ্থনা কৰিছিলো দুৰ্দশাক যে— ই আৰু বাঢ়ি আহক আৰু বাঢি আহক, যেন আমি বিশাল হৈ যাব পাৰোঁ। আৰু মইতো কোনোদিনে তোমাক গোপন কৰা নাছিলো— মইতো লুকুৱাই ৰখা নাছিলো— সেই ভয়ংকৰ ৰাতিবোৰৰ কথা, যিবোৰে ল'ৰালিৰ পৰাই মোক শুহি আনিছিল। মইতো তোমাক নোকোৱাকৈ থকা নাছিলো মোৰ তলপেটৰ তলৰ আন্ধাৰবোৰৰ কথা, যিবোৰে বাৰে বাৰে মোৰ আত্মাক লজ্জিত কৰিছিল। মই তোমাক কিয় নক'ম সেইবোৰ অজস্ৰ ওঁঠৰ স্পন্দনৰ কথা— সেইবোৰ অজস্ৰ আঙুলিৰ ভাঁজৰ কথা— সেইবোৰ অজস্ৰ স্তনৰ কথা, যিবোৰ তিতি আছিল প্ৰেমত। এই অৰ্থহীন জগততো প্ৰেম আছে জানা পাৰবিন। এই অৰ্থহীন জগতক প্ৰেমেই পৰিচালিত কৰিছে।'

পাৰবিনে ভাবিলে, আবৰ্তৰ কথাবোৰ লাহে লাহে ফিচ'ছফিকেল হৈ আহিব ধৰিছে। পৃথিৱীৰ সকলো কবিয়ে কুঁৱলীৰ মাজত এনেধৰণেই কথা পাতে কিজানি, যদিও পৃথিৱীয়ে তাৰ খবৰ নাৰাখে।

আবৰ্তৰ তীক্ষ্ণ দৃষ্টিৰ পৰা সাৰি যাব নোৱাৰিলে পাৰবিন। তাই যে অলপ অন্যমনস্ক হৈ পৰিছিল আবৰ্তই ধৰা পেলালে। 'ঠিক আছে কথা নাপাতো। তুমি মন দিয়া নাই।' বিষণ্ণ ভাবেৰে আবৰ্তই ক'লে।

'নহয় নহয়, কিয় নক'বা— মই অন্য একো ভবা নাই। ভাবিছিলো যে তুমি সেই আগৰ ল'ৰাটোৰে হৈ আছা। তুমি যে অকণো সলনি নহ'লা।

সময়ে তোমাক সলনি কৰিব নোৱাৰিলে। সময়ে তোমাৰ চুলি আৰু দাড়িত ৰং লগাইছে মাত্ৰ।'

দুয়োৰে ওঁঠৰ চিগাৰেট ইতিমধ্যে ছাই হ'ল। আৰু দুয়ো একেলগে একেখন খিৰিকীৰে যিখিনি আৰু খাব নোৱাৰি, চিগাৰেটৰ সেই শেষ অংশ দুটুকুৰা বাহিৰলৈ দলিয়ালে। কুঁৱলীৰ বাবে সেই টুকুৰা দুটা মাটিত পৰিলনে আকাশলৈ উৰি গ'ল সিহঁতে নেদেখিলে।

'কুঁৱলী দেখোন কমাই নাই।' আবৰ্ত্তই ক'লে।

'এৰা, কুঁৱলী বাঢ়িহে গৈ আছে।'

'যি নহওক কুঁৱলী আমাৰ দুয়োৰো প্ৰিয়। এই কুঁৱলীৰ মাজতে আজি দুয়ো দুয়োকো শেষবাৰৰ বাবে লগ পাইছোঁ। এই কুঁৱলীয়ে আমাৰ নিয়তি।'

'নিয়তিৰ স'তে ইমান Close হৈ আহি থকাটো আমাৰ উচিত হৈছে জানো? আমিতো ভিতৰে-বাহিৰে কুঁৱলী সুমুৱাই লৈছোঁ।'

## তিনি

ডাঠ ঘন কুঁৱলীৰ ভিতৰেৰে ৰে'লগাড়ীখনে এটা নিৰ্দিষ্ট গতিত গৈ থাকোঁতে এটা ছন্দও সৃষ্টি কৰি গৈ আছে। এখন আশ্চৰ্যজনক ৰে'লগাড়ী— যাৰ ভৰ পৃথিৱীয়ে সহিব নোৱাৰিব, গৈ আছে এটা ছন্দত। সেই ছন্দৰ ভাঁজে ভাঁজে যাত্ৰীসকলৰ ভাৱৰাশিয়ে পাখি মেলিছে।

দড়িয়া এজন পণ্ডিতে লিখা ৰঙা বকলাৰ কিতাপবোৰৰ স্তুপৰ মাজত এদিন পাৰবিন আছিল ঢাক খাই। নে তাই তাত লুকাই আছিল? তাইক লুকুৱাই থ'ব পৰাকৈ ওখ আছিলনে ৰঙা বকলাৰ কিতাপবোৰ?

সেই সময়ত লুইত নামৰ এখন নদীৰ কথা মানুহৰ মুখত ৰবকৈ ওলাইছিল। আবৰ্ত্তই কিন্তু কাৰো বুকুত লুইতৰ পানী এটোপালো দেখা নাপালে। লুইতে কেৱল গৰজি থাকিল বাতৰি কাকতবোৰৰ পাতত, শোভাযাত্ৰাত আৰু মাইকত।

লুইতে গৰজি থকা তেনেকুৱা এটা সময়তে আবৰ্ত্তই লগ পাইছিল পাৰবিনক। তাই মুছলমান আছিল। গৰু নাখাইছিল। আবৰ্ত্তই এবাৰ লাখটকীয়াৰ তাজ হোটেলত তাইক পৰঠা আৰু কুগুা খুৱাই তাইৰ জন্মদিন

পালিছিল।

তাজ হোটেলৰ সেই বয়টোৱে পাৰবিন আৰু আবৰ্ত্তক কেবিন এটাত বহিব দিছিল। কেবিন মানে প্লাইউডৰ দুখন পাৰ্টিচন আৰু মাজত এখন লেতেৰা পৰ্দা। বয়টোৱে— তাৰ মুখখন বগা আছিল, সেয়ে তাৰ নাম চিৰাজ থ'ব পাৰি, হাতত দুগিলাচ পানী লৈ সিহঁতৰ সন্মুখৰ টেবুলখনত থৈ সুধিছিল, আবৰ্ত্তলৈ চাই সুধিছিল— 'কি খাব?'

প্ৰশ্নটো আবৰ্ত্তই পাৰবিনৰ চকুলৈ মাৰি পঠিয়ালে— 'কি খাবা? লিভাৰ ফ্ৰাই নে কাৰী?'

পাৰবিনে ক'লে— 'কুপ্তা'।

গৰুটোক একেবাৰে পিহি পিহি গুড়া কৰি বনোৱা কুপ্তা দুই প্লেট লৈ আনোতে চিৰাজৰ সময় লাগিছিল মাত্ৰ দহ মিনিট। কিন্তু পাৰবিনহঁতৰ হাতত দুই প্লেট কুপ্তাৰ বাবে বৈ থাকিবলৈ অনন্তকাল সময় আছিল।

কুপ্তাৰ অৰ্ডাৰ লৈ চিৰাজে লেতেৰা পৰ্দাখন ঠেলি ভিতৰলৈ যোৱাৰ পাছতেই আবৰ্ত্তই ভাবিছিল পাৰবিনক জন্মদিনৰ এটা চুমা খোৱা উচিত। তাই জন্মদিনলৈ বুলি লিখা এটা কবিতাও তাৰ মানিবেগত আছে। সি ভাবিলে, কবিতাটো আগতে দিব নে চুমা আগতে দিব।

লেতেৰা হ'লেও কেবিনৰ পৰ্দাখনৰো জীৱন আছিল। সেয়ে লৰি আছিল পৰ্দাখন। বতাহ নহ'লে পৰ্দা লৰি থাকিব পাৰে। পৰ্দাখন লৰি থকা বাবে আবৰ্ত্ত আৰু পাৰবিনো চুমাটোৰ বাবে বৈ থাকিবলগা হ'ল। আৰু যেতিয়া দুয়ো দুয়োৰো মুখ দুখন ওচৰ চপাই আনিলে ঠিক তেতিয়াই দুজন শত্ৰু অহাৰ দৰে কুপ্তা দুই প্লেট আহি হাজিৰ হ'ল।

শত্ৰু দুই প্লেট সিহঁতৰ সিমান সোৱাদ নালাগিল। তথাপি জন্মদিনৰ এক পবিত্ৰ ভাবত সিহঁতে কুপ্তা দুই প্লেটৰ প্ৰতি হোৱা শত্ৰুৰ ভাবটো ত্যাগ কৰিলে।

চুমাৰ বিৰুদ্ধে কুপ্তা দুই প্লেটৰ পৰা নিৰ্গত হোৱা সোৱাদৰ যুদ্ধত অৱশেষত কুপ্তা জিকিল। কাৰণ সেই কুপ্তাৰ বাবে আবৰ্ত্তই তাজ হোটেলৰ মালিকটোক (লুঙী নিপিন্ধা) পইচা দিব লাগিছিল।

পাৰবিনৰ আত্মাটো মুছলমানৰ আত্মা আছিল। নহ'লে গৰু খাওঁতে

তাইৰ এলাৰ্জী হ'লহেঁতেন। আৰু আবৰ্তৰ আত্মাটো? তাৰো আত্মাটো মুছলমানৰ আত্মা আছিল নেকি? তাৰোতো এলাৰ্জী নহ'ল।

আত্মা আৰু এলাৰ্জীৰ সেই ধাৰণাটো আবৰ্তই শুনিছিল হাবিৰাম টেৰণ নামৰ এজন কাৰ্বি মানুহৰ পৰা। তেওঁ কৈছিল যে এবাৰ হেনো ৰাতি গাহৰিৰ মাংস খাই তেওঁলোকৰ ঘৰৰ কাষৰ দুবছৰীয়া ল'ৰা এটাৰ যাওঁ যাওঁ অৱস্থা। গোটেই গাটো ফুলি ছবছৰীয়া যেন হৈছে— উশাহো ভালদৰে ল'ব পৰা নাই। জন্মৰ সময়ত ল'ৰাটোৰ হেনো মণ্ডলতি চোৱা নহ'ল। টান অসুখ দেখি পৰিয়ালৰ মানুহে ৰাতিৰ ভিতৰতে মণ্ডলতি চাই গম পালে যে ল'ৰাটোৰ আত্মাটো মুছলমানৰ আত্মা— সেয়ে গাহৰিৰ মাংস খাব নোৱাৰে।

আবৰ্তই গাহৰিও খাব পাৰে, গৰুও। এলাৰ্জী নহয়। তেনেহ'লে আবৰ্তৰ আত্মাটো কাৰ? হিন্দুৰ নে মুছলমানৰ? নে খ্ৰীষ্টানৰ? খ্ৰীষ্টানৰ এলাৰ্জী নাই নেকি?

পাৰবিনৰ আত্মাটো কেৱল মুছলমানৰ আত্মা বুলি আবৰ্তই বিশ্বাস কৰিব নোৱাৰে। কাৰণ দুয়োৰো আত্মা প্ৰায় অভিন্ন আছিল। যদি দুয়োটা আত্মা বেলেগ বেলেগ জাতৰ হ'লহেঁতেন, তেনেহ'লে একেলগে দুয়ো ঘূৰি ফুৰোঁতেও নিশ্চয় এলাৰ্জী হ'লহেঁতেন। অন্ততঃ চুমা খাওঁতে নতুবা ইজনৰ জিভাৰ অমৃত সিজনে পান কৰোঁতে অগত্যা দুয়োৰো মিলনৰ চৰম মুহূৰ্তত এলাৰ্জী হ'লহেঁতেন।

সিহঁতৰ এলাৰ্জী নহ'ল। সিহঁতৰ আত্মা নিশ্চয় একেজাতৰ, একে প্ৰকৃতিৰ। কবি নামৰ কি এটা জাতি আছে?

তথাপি এটা শংকা ৰৈ গ'ল আবৰ্তৰ— কিজানি পাৰবিনৰ এলাৰ্জী হ'লহেঁতেন, তাইতো গাহৰি নাখালে। ভীষণ ৰহস্যৰ দৰে সেই কথা অপ্ৰমাণিত হৈ থাকিল।

কোনো কবিয়ে এইবোৰ কথা নাভাবে। আবৰ্তয়ো এইবোৰ কথা ভবা নাছিল। আবৰ্তৰ ভিতৰত আন কোনোবা লুকাই আছিল, যিয়ে মনে মনে ভাবিছিল এইবোৰ কথা। কোন আছিল সেইজন? কোনোবা চয়তান? সেই চয়তানৰ কাৰণে পৃথিৱীত অকণো ঠাই নহ'বনে?

ৰে'লগাড়ীখনে এটা দীঘল উকি মাৰিলে। এতিয়া কুঁৱলীৰ লগতে ঠায়ে ঠায়ে দেখা গ'ল বৰফৰ টুকুৰা পৰি আছে চকচকীয়া হৈ ৰে'ল লাইনৰ কাষে কাষে।

সুমধুৰ আবেশত পাৰবিনৰ চকু দুটা জাপ খাই আছিল।

## চাৰি

কুঁৱলীৰ মাজত অদৃশ্য সেই পানীৰঙৰ ছবিৰ নিচিনা ৰে'ল ষ্টেচনটোত আবৰ্ত আৰু পাৰবিনৰ উপৰি আৰু যিসকল যাত্ৰী ৰে'লগাড়ীখনত উঠিছিল, তেওঁলোকো আছিল 'বিশেষ যাত্ৰী'। তেওঁলোক বিশেষ এই কাৰণেই যে তেওঁলোক হ'ল পৃথিৱীৰ আটাইতকৈ অলাগতিয়াল প্ৰাণী। অলাগতিয়াল এবিধ বস্তুৰ স'তে লাগি লাগি তেওঁলোক হৈ পৰিছিল অলাগতিয়াল। পৃথিৱীৰ কাৰণে এই অলাগতিয়াল বস্তুবিধ আছিল কবিতা।

এতিয়া স্পষ্টকৈ বুজা গ'ল যে এই ৰে'লগাড়ীখনৰ সকলো যাত্ৰীয়েই কবি। কবিতা তেওঁলোকৰ উশাহ-নিশাহ। কিন্তু কবিতা এনে এক বিমূৰ্ত বস্তু— ওহোঁ বস্তু নহয়, ই ভাষাৰ এক খেলা— কালিকালগা খেলা। আৰু এই খেলা খেলে পৃথিৱীৰ আটাইতকৈ হতভগীয়া এচাম প্ৰাণীয়ে। যিসকলৰ হতভাগ্যৰ কাৰণে পৃথিৱীয়ে তেওঁলোকৰ লগ এৰা দিয়ে আৰু সুযোগ পালেই আক্ৰমণ কৰে।

অৱশ্যে সেইসকল হতভগীয়াবো এক উজ্জ্বল ইতিহাস আছিল। কেতিয়াবা ইতিহাসেও তেওঁলোকৰ নাম উচ্চাৰণ কৰিছিল আৰু সেই ভঁৰালটোত, যাক ৰাজনৈতিক নেতাসকলে কয় সাহিত্যৰ ভঁৰাল বুলি, তাত তেওঁলোকৰ কবিতাই পচন ধৰিছিল।

কিন্তু আবৰ্ত আৰু পাৰবিনৰ সহযাত্ৰী এই কবিসকলে, যিসকলে প্ৰত্যেকেই নিজৰ নিজৰ কোঠালিত নিশ্চুপ হৈ বহি আছে আৰু কুঁৱলীৰ বাবে পৃথিৱীখন দেখা নাই, তেওঁলোকে কাহানিও বুৰঞ্জীৰ বাবে মূৰ ঘমোৱা নাই। কাৰণ বুৰঞ্জী তেওঁলোকৰ নিয়তি নহয়। তেওঁলোকে নিজৰ নিয়তিক চিনি পাইছে। তেওঁলোকে বিচাৰে নিয়তিৰ স'তে সহাৱস্থান কৰিবলৈ।

নিয়তিয়ে তেওঁলোকৰ হাতত ধৰি ঘূৰি ফুৰে। কেতিয়াবা তেওঁলোকেই নিয়তিক লৈ গৈ দেখুৱায় তেওঁলোকৰ বুকুৰ আশ্চৰ্য ঘৰ— আৰু দেখি নিয়তি হৈ যায় অবাক। অৱশ্যে নিয়তিৰ স'তে এই খেলা খেলিবলৈ সেই হতভাগ্য কবিসকলে যাপন কৰিবলগা হয় এক বিমূৰ্ত জীৱন।

বিমূৰ্ত এক ভাবনাৰ পৰা বিমূৰ্ত এখন ৰে'লগাড়ী নিশ্চয় সৃষ্টি হ'ব পাৰে। যিদৰে ভাবৰ পৰা বস্তুৰ সৃষ্টি হয়। অৱশ্যে সৃষ্টি এক সন্দেহজনক বিষয়। সেয়ে সেই পুৰণি আৰু চিৰন্তন প্ৰশ্ন বাৰে বাৰে আহে— কণীৰ পৰা চৰাই নে চৰাইৰ পৰা কণী?

## পাঁচ

এতিয়া সমস্ত বৰফ। বৰফ আৰু বৰফ। ডাঠ কুঁৱলীৰ তলত পৰি আছে বৰফ। আৰু ৰে'লগাড়ীখন গৈ আছে বৰফৰ মাজে মাজে। ৰে'লগাড়ীখন গৈ আছে বৰফ হ'বলৈ।

য'ত বৰফৰ বাহিৰে আৰু একো নগজে, সেই চেঁচা নিথৰ প্ৰান্তৰলৈ ৰে'লগাড়ীখনে টানি লৈ গৈ আছে পৃথিৱীৰ কেইজনমান হতভাগ্য প্ৰাণীক। পৃথিৱীৰ বিচাৰত এই প্ৰাণীসকল হতভাগ্য। এই যাত্ৰা তেওঁলোকৰ জীৱনৰ পৰা পলায়ন নহয়। স্বনিৰ্বাসনো নহয়, বৰং এয়া জীৱনৰ পিনেই গতি— এক নিৰপেক্ষ নিৰ্বিকাৰ গতি।

এদিন এই বৰফ এৰি গুচি আহিছিল আৱৰ্ত। আবৰ্ত্তই লিখিছিল—

'বৰফ, তুমি চিএঙৰি থাকা জোনাকত, মই আৰু অভিমান নকৰো।
তুমি আৰু ডাঠ হৈ নামা ঘৰৰ চালবোৰত
কাঠৰ মিলটোত, কাটি থোৱা কাঠৰ টুকুৰাবোৰত
ঢাকি ধৰা, অদৃশ্য কৰা পিছল কৰি তোলা
আলি-পদূলিবোৰক, টেলিফোনৰ তাঁৰবোৰত ওলমি পৰা
গছৰ ডালবোৰক কামুৰি ধৰা তোমাৰ
শুভ্ৰ জুলীয়া দাঁতবোৰেৰে। আৰু এটা দীঘল চিমনীত
তোমাৰ শীতল গধুৰ বাউসী থৈ
চাই থাকা ম্ৰিয়মান জোনাক

শুভ্রতাৰ এই বিস্তাৰত
তুমি আবৰি ৰখা গাত আৰু ঘুলিবোৰত
মই আৰু নিবিচাৰো মৃত তৰাবোৰৰ শীতল শৰীৰ
মই আৰু লঠঙা গছবোৰৰ বাবে নৰওঁ।
অ' শীতৰ সন্তান বৰফ
মই আৰু অভিমান নকৰো অভিমান নকৰো জোনাকত
মই গুচি যাম গুচি যাম আৰু এখন খিৰিকীৰ
গলিত পাৰত বহি ৰূপালী সোৱাদৰ এবাটি
কাঠফুলাৰ ছুপ খাম উচুপি উচুপি'

এই বিমূৰ্ততাৰ কথাটোৱে সুকীয়া। বিমূৰ্ততাত সকলো সম্ভৱ। ইয়াত ভাব আৰু বস্তুৰ মাজত কাজিয়া লগাৰ কোনো সম্ভাৱনা নাই, কোনো দ্বন্দ্ব নাই। এটা বিমূৰ্ততাৰ পৰা আন এক বিমূৰ্ততাৰ জন্ম হয়। যেনেকৈ জন্ম হ'ল পৃথিৱীৰ এচাম কবিৰ বিমূৰ্ত ভাবনাৰ পৰা এখন বিমূৰ্ত ৰে'লগাড়ীৰ। এখন বিমূৰ্ত ৰে'লগাড়ীৰ পৰা জন্ম হ'ল এক বিমূৰ্ত যাত্ৰাৰ, যাৰ ভৰ পৃথিৱীয়ে সহিব নোৱাৰিব। যাক সময়ে ৰক্ষা কৰিব নোৱাৰিব।

কিয়নো, ৰে'লগাড়ীখনে কুঁৱলীৰ মাজেৰে যাত্ৰা আৰম্ভ কৰি বৰফৰ পৃথিৱীৰ মাজেৰে গৈ থাকিব গৈ থাকিব। সময়ৰ কোনো হিচাপ নাই এই যাত্ৰাত। কিমানদিন কিমান মাহ কিমান বছৰ ধৰি গৈ থাকিব ৰে'লগাড়ীখন তাৰ উপলব্ধিও হয়তো যাত্ৰীসকলে কৰিব নোৱাৰিব। কেৱল এক নিৰৱচ্ছিন্ন যাত্ৰাত যাত্ৰীসকলৰ প্ৰত্যেকৰ জেপত থাকিব বা বেগৰ ভিতৰত থাকিব একোটাকৈ টিকট, য'ত লিখা থাকিব— মৃত্যু উপত্যকা। অৱশ্যে আবৰ্ত আৰু পাৰবিনৰ দৰে যদি মনেমিলা কোনোবা দুজন থাকে, তেওঁলোক দুয়োজনৰে মাজত থাকিব পাৰে একেটা টিকট।

বছৰ বছৰ ধৰি ৰে'লগাড়ীখনৰ খিৰিকীৰ কাষেৰে যি পৃথিৱী পিছলৈ গৈ থাকিব, সেই পৃথিৱীখন কুঁৱলী আৰু বৰফে ঢাকি ৰাখিব। বছৰ বছৰ ধৰি একেটা গতিত একেটা ছন্দত গৈ থাকিব ৰে'লগাড়ীখন। প্ৰচণ্ড শীতে যাত্ৰীসকলক কঁপাই তুলিব। ক্ৰমশঃ ক্ষীণ হৈ আহিব তেওঁলোকৰ স্মৃতিশক্তি।

কেতিয়ানো ক'ত যাত্রা আৰম্ভ হৈছিল তেওঁলোকে মনত পেলাব নোৱাৰিব।

প্ৰচণ্ড শীত আৰু বৰফৰ মাজেৰে যাওঁতে যাওঁতে যাত্ৰীসকলে তেওঁলোকৰ কামীহাড়ৰ ভিতৰত অনুভৱ কৰিব শীতৰ এক অনন্য শিহৰণ— যি শিহৰণ তেওঁলোকে কবিতাত বিচাৰি ফুৰিছিল।

ক্ৰমশঃ গোটেই ৰে'লগাড়ীখন বগা হৈ যাব বৰফ পৰি পৰি। গধুৰ অথৰ্ব বুঢ়া হৈ পৰিব সেই ৰে'লগাড়ী। থৰক-বৰক হ'ব তাৰ গতি।

## ছয়

আবৰ্তৰ দাড়িত পৰি থকা বৰফৰ শুভ্ৰ কণাবোৰ পাৰবিনে মচি দিবলৈ খুজি দেখিলে— সেইবোৰ বৰফ নহয়। দাড়িখিনি সঁচাকৈয়ে ধকধকীয়া বগা হৈ গ'ল পকি পকি। আবৰ্তয়ো পাৰবিনৰ বৰফে সেমেকা কৰা চুলিখিনি লিৰিকি-বিদাৰি চাই থাকিবলৈ ধৰিলে য'ত গজি উঠিছে শুভ্ৰতা।

পাৰবিনে আবৰ্তৰ অস্থিৰ মুখলৈ চাই সুধিলে— 'আমি উত্তৰ মেৰুত প্ৰৱেশ কৰিছোঁ নেকি? ওহ ওহ আমাৰ প্ৰিয় শীতে আমাক কেনেকৈ স্পৰ্শ কৰিছে! আমাৰ কামীহাড়ত এতিয়া বৰফ ওলমি পৰিছে।'

আবৰ্তই ক'ব খুজিও নক'লে কেনেকৈ সিহঁতে শীতৰ দিনবোৰত ইজনে সিজনৰ গাত জুই লগাই দিছিল। নক'লে কিয়নো এই উত্তৰ মেৰুত— য'ত সিহঁতৰ ৰে'লগাড়ীখন ক্ৰমশঃ বৰফলৈ ৰূপান্তৰিত হ'ব ধৰিছে, তাত সেই জুইৰ কথা হ'ব এটা বিননি মাত্ৰ। আবৰ্তই উলাই কৰিলে সেই বিননিক সিহঁতৰ আকাংক্ষিত যাত্ৰাক প্ৰশস্ত আৰু অৰ্থৱহভাৱে যাপন কৰাৰ বাবে।

হঠাৎ এটা প্ৰকাণ্ড বৰফখণ্ডত খুন্দা মাৰি ৰে'লগাড়ীখন ৰৈ গ'ল। এতিয়া দেখা গ'ল গোটেই ৰেলগাড়ীখনে তাৰ ধাতব শৰীৰ হেৰুৱাই ইতিমধ্যে বৰফ হৈ গৈছে। ৰে'লগাড়ীখনৰ বৰফৰ চকাবোৰ সুলকি গ'ল। বৰফৰ কোঠালিবোৰ গলি যাবলৈ আৰম্ভ কৰিলে। ভাঙি-ছিঙি গলি যাবলৈ ধৰা কোঠালিবোৰৰ পৰা যাত্ৰীসকলে নিজৰ নিজৰ চুটকেছ আৰু বস্তু-বাহানিবোৰ নমাই আনিলে আৰু বৰফৰ এখন বিস্তৃত প্ৰান্তত নামি পৰিল। আৰু তেওঁলোকে প্ৰত্যেকেই সেই বৰফ প্ৰান্তত নিজকে আৱিষ্কাৰ কৰিলে

যে কি আচৰিত তেওঁলোকসম্পূৰ্ণ বুঢ়া হৈ গৈছে। তেওঁলোকৰ দাড়ি আৰু চুলিও বৰফৰ দৰে শুভ্ৰ আৰু শীতল হৈ গৈছে। তেওঁলোকৰ দুভৰিত বল নাই। খোজ কঁপিছে, হাত কঁপিছে। এইদৰে আবিষ্কাৰ কৰি প্ৰাপ্তিৰ আনন্দত তেওঁলোক উন্মাদ হৈ পৰিল।

ধকধকীয়া শুভ্ৰ বুঢ়া আবৰ্তই কঁপা কঁপা হাত দুখনেৰে খেপিয়াই খেপিয়াই বিচাৰিলে পাৰবিনৰ হাতখন। কিন্তু পাৰবিন ক'ত? পাৰবিন? পাৰবিন দেখোন নাই। সকলো অস্পষ্ট হৈ পৰিছে। বৰফৰ শুভ্ৰতাই সকলো ধূসৰ কৰি পেলাইছে। সি ভাবিলে, তেনেহ'লে পাৰবিনো বুঢ়ী হৈ গৈছে। তায়ো মোক দেখা নাই। মাথোঁ এবাৰ পাৰবিনৰ বুঢ়ী হোৱা, শীৰ্ণ, শোঁটোৰা-শোঁটোৰ হাতখন তাৰ হাতৰ মুঠিত সাবটি ল'বলৈ সি উদগ্ৰীৱ হৈ উঠিল।

যদি সিহঁতে জানিলেহেঁতেন নিয়তিয়ে শেষ মুহূৰ্তত এনেদৰে মুৰ পোলোকা মাৰিব, যদি সিহঁতে জানিলেহেঁতেন সিহঁতৰ স্পৰ্শকাতৰ হাত দুখনৰ শেষ ইচ্ছা এক কৰুণ পৰিণতিত সমাপ্ত হ'ব বুলি, তেতিয়া সিহঁতে ইমান দীঘল এই যাত্ৰাক ইমান আনন্দেৰে কঢ়িয়াই আনিলেহেঁতেননে?

এই বৰফৰ ঘুলিবোৰ— ইয়াতেইতো ক'ৰবাত মৃত্যু লুকাই আছে। এয়েইতো মৃত্যু উপত্যকা। য'লৈ আমি টিকট কাটি আহিছোঁ। আবৰ্তই ভাবিলে— পাৰবিন আৰু তাৰ মাজত মাত্ৰ এটাহে টিকট আছিল— যিটো তাৰ জেপত এতিয়াও আছে। কিন্তু পাৰবিনৰ হাতততো কোনো টিকট নাই। টিকট দেখুৱাব নোৱাৰিলে যদি তাই বিপদত পৰে। সি অধৈৰ্য হৈ পৰিল। সি চিঞৰিলে— পাৰবিন পাৰবিন পাৰবিন।

পাৰবিনে আবৰ্তৰ মাতটো শুনিলে। কিন্তু আবৰ্তক দেখা নাপালে। তাৰ মানে তাই চকুৰে নেদেখা হৈ গ'ল। তাইৰ চকুৰ ভিতৰতো কি বৰফ পৰিছে। তাই দেখিলে কেৱল ধূসৰ ধূসৰ ধবল ধবল শূন্য প্ৰান্তৰ।

'আবৰ্ত মই ইয়াত।' পাৰবিনে চিঞৰিলে।

'পাৰবিন, তুমি ক'ত মই দেখা নাই। মোৰ ওচৰলৈ আহাঁ।'

'মই ইয়াত পাৰবিন। এয়া মোৰ হাত।'

'তোমাৰ হাত মই দেখা নাই। মই অন্ধ হৈ গৈছোঁ। মই অন্ধ হৈ গৈছোঁ। অন্ধ হৈ গৈছোঁ। কিন্তু তুমি মোক দেখা নাই কিয়? তুমিও কি ?'

'ময়ো অন্ধ হৈ গৈছোঁ পাৰবিন। মোৰ চকুৰ ভিতৰতো বৰফ নামিছে। বৰ ঠাণ্ডা লাগিছে পাৰবিন। বৰ পিয়াহ লাগিছে পাৰবিন। মোৰ হাত কঁপিছে পাৰবিন। মোৰ ভৰি কঁপিছে। মই খোজকাঢ়িব পৰা নাই পাৰবিন, তুমি ক'ত?'

'ময়ো খোজকাঢ়িব পৰা নাই। মোৰ হাতত কঁপনি। মৃত্যু এনেকুৱাই নেকি আবৰ্ত। মোক কোৱা মোক কোৱা। আমিতো হাতত হাত থৈ মৰাৰ কথা আছিল!' পাৰবিনে উচুপি উঠিল।

'চুঁচৰি চুঁচৰি আহাঁ পাৰবিন। তুমি মোৰ মাতটোৰ পিনে আহাঁ।'

'গৈছোঁ আবৰ্ত। এয়া মই তোমাৰ মাতটোৰ পিনে চুঁচৰি চুঁচৰি যাবলৈ আৰম্ভ কৰিছোঁ। তুমিও মোৰ পিনে চুঁচৰি আহাঁ। মোৰ মাতটোৰ পিনে চুঁচৰি আহাঁ।'

কিন্তু পাৰবিনৰ মাত আবৰ্তই নুশুনিলে। আবৰ্তই একো নুশুনিলে। শুনিলে কেৱল এক চেঁচা বতাহৰ সো সো শব্দ, বুকুৰ ভিতৰেৰে নামি যোৱাৰ শব্দ। তেনেহ'লে পাৰবিন? পাৰবিন কি শেষ হৈ গ'ল। পাৰবিন কি শেষ হৈ গ'ল?

আবৰ্তই চিঞৰিলে— 'পাৰবিন পাৰবিন পাৰবিন পাৰবিন '

মাতটো তাৰ মুখৰ ভিতৰতে পাকঘূৰণি খালে। ওলাই নাহিল। কাৰণ সি তাৰ কণ্ঠস্বৰটো ইতিমধ্যে হেৰুৱাই পেলাইছে . ।

**এজন মানুহে মোক নেতিবাচক দৃষ্টিৰে এই ছোৱালীজনীৰ কথা কৈছিল। গাড়ী ভাল পোৱা সেই ছোৱালীজনীৰ বাবে উৎসৰ্গিত এই সৰু উপন্যাসখন**

## এক

প্ৰত্যেক পুৰুষ যাত্ৰীয়ে কিজানি, বিশেষকৈ আদহীয়া আৰু ডেকাবোৰে তেওঁলোকৰ বাছযাত্ৰাতেই হওক বা ৰে'লযাত্ৰাতেই হওক বা যিকোনো যাত্ৰাতেই কাষৰ ছীটটোত এগৰাকী ধুনীয়া গাভৰু ছোৱালী বহি যোৱাটো অন্তঃকৰণেৰে কামনা কৰে। এই ইচ্ছাত কোনো অসৎ অভিপ্ৰায় হয়তো কাৰো নাথাকে। হয়তো থাকে এক সৌন্দৰ্যপিপাসু মন। হয়তো থাকে গতানুগতিক এক যাত্ৰাক সামান্য ৰঙীণ আৰু নাৰীৰ সুগন্ধিৰে সুবাসিত কৰি তোলাৰ মৃদু বাসনা।

আনৰ ক্ষেত্ৰত থিৰাংকৈ ক'ব নোৱাৰো, মোৰ কিন্তু এনে ইচ্ছা প্ৰবল। কিন্তু হ'লে কি হ'ব— ইমান বাছযাত্ৰা কৰিছোঁ, ৰে'লযাত্ৰা কৰিছোঁ, কিন্তু আজিলৈ মোৰ কাষৰ ছীটত কোনো এগৰাকী গাভৰু ছোৱালী বহি যোৱা নাই। মোৰ কাষৰ ছীটত বিপৰীত লিংগৰ যদি কোনো বহিছে তেওঁলোক হ'ল সত্তৰোৰ্ধ্ব কোনো এগৰাকী বৃদ্ধা নতুবা কোলাত তিনি-চাৰি বছৰীয়া সন্তান লৈ কোনো তিৰোতা নাইবা ব্যৱসায় কৰা মধ্যবয়সীয়া কোনো নাৰী নতুবা মুখচোকা কোনোবা শিক্ষয়িত্ৰী নাইবা ক'লা বোৰ্খা পিন্ধা কোনো মুছলমান তিৰোতা। কৰ্মসূত্ৰে মই সদায় ব্ৰাছেৰে ইফালৰ পৰা সিফাললৈ অহা-যোৱা কৰিবলগীয়া হয় আঢৈ ঘণ্টা আঢৈ ঘণ্টাকৈ পাঁচ ঘণ্টীয়া যাত্ৰা। আৰু এই যাত্ৰাত কাষৰ ছীটত বিভিন্ন ধৰণৰ ব্যক্তিক সহযোগী হিচাপে লাভ কৰিবলগীয়া হয়।

যাত্ৰাপথত কেতিয়াবা কাষৰ ছীটটো যেতিয়া খালী থাকে, মই ভাবোঁ মোৰ কাষত আহি এজনী ধুনীয়া ছোৱালী বহক— খুব ধুনীয়া নহ'লেও কথা নাই— মৰমলগা, সুৰুচিপূৰ্ণ, সংস্কৃতিবান এজনী ছোৱালী বহক— যাৰ সৈতে মই এষাৰ কথা পাতিব পাৰোঁ! মোৰ যেন বৰ জৰুৰী অলপ

কথা আছে সেই ছোৱালীজনীক ক'বলৈ! প্ৰত্যেক যাত্ৰাতেই বিচাৰোঁ সেই ছোৱালীজনীক, কিন্তু ওহোঁ! কোনোদিনে তাই আহি মোৰ এই আকাংক্ষা পূৰ্ণ কৰা নাই।

তাৰ বিপৰীতে মোৰ কাষত বহে সেই অনাকাংক্ষিত বিপৰীত লিংগৰ নাৰীবিলাক। মোৰ কাষৰ ছীটটো যদি খালী থাকে আৰু যদি দেখা পাওঁ বাছলৈ উঠি আহিছে এগৰাকী ষাঠি বা সত্তৰ বছৰীয়া বৃদ্ধা, মই কামনা কৰোঁ— মোৰ কাষত আহি নবহিলেই হয়, তাতকৈ কোনোবা মতা মানুহ এটাই আহি বহক। কিন্তু দেখা যায়, মোৰ ইচ্ছাৰ বিপৰীতে সেই বৃদ্ধাগৰাকীয়ে অন্য খালী ছীট থকা সত্ত্বেও আহি মোৰ কাষতহে বহিছে আৰু পেলাইছে এক স্বস্তিৰ নিশ্বাস।

তেতিয়া মুখ সেমেনা-সেমেনি কৰি মই লগে লগে তেওঁক সোধোঁ, 'ক'লৈ যাব?' এই অনাকাংক্ষিত যাত্ৰীগৰাকী মোৰ গাতে গা লগাই বহি কিমান দূৰ বা যায়— তাৰ খবৰটো লৈ নিজৰ মনক অলপ প্ৰবোধ দিব পাৰি নেকি চাওঁ! ওচৰৰ যাত্ৰী হ'লে মই পুনৰ আশা স্থাপন কৰোঁ যে তেওঁ নামি যোৱাৰ পাছত কিজানি ধুনীয়া ছোৱালী এজনী আহি কাষত বহেই।

মোৰ তেনে ইচ্ছাক সঁহাৰি জনাবলৈ মোৰ কপাল মন্দ। সেয়ে কিজানি মই সদায়ে অনাকাংক্ষিত যাত্ৰীহে লাভ কৰোঁ মোৰ যাত্ৰাকালত। আৰু সেইবাবে তেনে যাত্ৰীৰ সৈতে মই একেবাৰে কথা নাপাতো, তেওঁৰ পিনে ভালদৰে নাচাওঁৱেই। মই অনুভৱ কৰোঁ অশান্তি আৰু পাওঁ কিছু বিৰক্তিও! অনাকাংক্ষিত যাত্ৰীজনৰ সৈতে বহি মই মোৰ সেই কাংক্ষিত সহযাত্ৰীজনৰ কথা ভাবি থাকোঁ আৰু গভীৰ অন্তৰংগ আলাপত নিমগ্ন হওঁ।

কিন্তু কি আচৰিত! আজি সুন্দৰ যে ফুলাৰ মন্ত্ৰ! মোৰ চকুকে মই বিশ্বাস কৰিব পৰা নাই ঃ মই উঠা বাছখনত দুজনীয়া আসনৰ এটা মাত্ৰ ছীট খালী আছিল। খিৰিকী কাষৰ ছীটটোত বহি আছিল সৰলৰৈখিক চুলি মেলি এজনী ধুনীয়া কিন্তু গভীৰ মুখৰ ছোৱালী। মই ঘপকৈ কাষতে বহি পৰিলো। তাইৰ মুখখন এবাৰ নিৰীক্ষণ কৰিলো— এইজনীয়েই মই বিচাৰি থকা সহযাত্ৰী হয় নেকি।

হওক বা নহওক— বাস্তৱত এৱেঁইতো এতিয়া মোৰ সহযাত্ৰী। ইয়াৰ আগতে কোনো যাত্ৰাতে মইতো এনেকুৱা এজনী ছোৱালী সহযাত্ৰী হিচাপে লগ পোৱা নাই! মই এতিয়া তেওঁক মোৰ কাংক্ষিত সহযাত্ৰী কৰি তুলিব লাগিব।

বছৰৰ পিছত বছৰ ধৰি যি কথা এই সহযাত্ৰীৰ সৈতে পাতিম বুলি মই যুকিয়াই থৈছিলো, সেই কথাবোৰৰ বিপৰীতে মই কিবা কথা সুধিবলৈ গৈ অন্য কিবা কথাহে সুধি পেলালো। তাইলৈ চাই হঠাতে মোৰ মুখৰ পৰা প্ৰশ্ন এটা ওলাই গ'ল— 'তুমি কি ভাল পোৱা সোণ?'

অচিনাকি ছোৱালী এজনীক কোনেও এনে প্ৰশ্ন সুধিব নোৱাৰে। গোটেই প্ৰশ্নটোৱে আছিল অবাস্তৱ। তদুপৰি আকৌ এই 'সোণ' শব্দটো আহিল ক'ৰ পৰা? মই নিজেই নাজানিলো 'সোণ' শব্দটো আহিল ক'ৰ পৰা? হয়তো এইগৰাকী সহযাত্ৰীৰ বাবে মোৰ বুকুৰ ভিতৰৰ ক'ৰবাত নতুবা মোৰ মজ্জাৰ তলিত গোট মাৰি আছিল কিছু মৰম, যি মৰমে হয়তো নিৰ্মাণ কৰি ৰাখিছিল এনে এটা শব্দ— যি এইমাত্ৰ উচ্চাৰিত হ'ল— 'সোণ'!

আৰু কি আচৰিত— ছোৱালীজনীৰো প্ৰতিক্ৰিয়া স্বাভাৱিক নাছিল। মই ভাবিছিলো মোৰ এনে অবাস্তৱ প্ৰশ্নত আৰু 'সোণ' সম্বোধনত তাই ভীষণ প্ৰতিক্ৰিয়া প্ৰকাশ কৰিব— মোক বেয়াকৈ কিবাকিবি কৈ পেলাব। সেয়াতো স্বাভাৱিক আছিল। কিন্তু তায়ো মোৰ অবাস্তৱ প্ৰশ্নৰ উত্তৰ অবাস্তৱভাৱে দি মোক আচৰিত কৰি পেলালে।

তাই কৈ উঠিল— 'মই গাড়ী ভাল পাওঁ গাড়ী ভাল পাওঁ, গাড়ী!'

সৰু ল'ৰা-ছোৱালীয়ে যেনেদৰে গাড়ী ভাল পায়, গাড়ীত উঠি ভাল পায়— ঠিক তেনেদৰে এই ছোৱালীজনীয়েও গাড়ী ভাল পায় কিজানি। তেনে উৎসাহত মোৰ এই সহযাত্ৰীগৰাকীয়ে উচ্চাৰণ কৰিছিল— 'গাড়ী ভাল পাওঁ, গাড়ী ভাল পাওঁ'!

আৰু মই যে ছোৱালীজনীক অজানিতে 'সোণ' বুলি মাতিছিলো, এতিয়া দেখিলো— সেয়া ভুল নাছিল। কণমানি ল'ৰা-ছোৱালীক আমি যেনেকৈ মাতোঁ— সোণ, ধন, মাজনী, জান ইত্যাদি, ঠিক তেনেকৈ তাইৰ

ক্ষেত্ৰত 'সোণ' শব্দটো খাপ খাই গৈছিল। সেয়ে হয়তো এই শব্দটো মোৰ মুখৰ পৰা অপ্ৰত্যাশিতভাৱে ওলোৱাতো তাইৰ কোনো প্ৰতিক্ৰিয়া নাছিল— তাইৰ বাবে হয়তো অতি স্বাভাৱিকেই আছিল সেই শব্দটো।

মই সুধিলো— গাড়ী ভাল পোৱা? কিমান ভাল পোৱা?

তাই ক'লে— বহুত ভাল পাওঁ! মানুহতকৈ বেছি ভাল পাওঁ!

'কিয়, কিয় মানুহতকৈ গাড়ীক বেছি ভাল পোৱা কিয়?' মই লগে লগে প্ৰশ্ন কৰিলো।

'কিয ভাল পাওঁ নাজানো। কিন্তু মানুহতকৈ গাড়ী বেছি ভাল লাগে। মানুহতকৈ গাড়ী বেছি সুন্দৰ। মানুহতকৈ গাড়ী বেছি ভাল পাওঁ— এইটোৱে সঁচা।' তাই উত্তৰ দিলে।

মই শিহৰিত হৈ উঠিলো— এই ধুনীয়া ছোৱালীজনী, যি মোৰ কাষত বহি আছে— তাইতো এটি শিশু! নহ'লে কোনেও ক'ব নোৱাৰে মানুহতকৈ গাড়ী বেছি ভাল পাওঁ বুলি। মই এটি শিশুৰ লগত বহি আছোঁ! ইমান দিনে মই বিচাৰি থকা মোৰ সেই সপোনৰ, মোৰ সেই কাংক্ষিত সহযাত্ৰীগৰাকী আছিল তেন্তে প্ৰকৃততে এই শিশু— যি এজনী ছোৱালীৰ শৰীৰত সোমাই আছে আৰু যাৰ সৰলৰৈখিক চুলিবোৰ বতাহত উৰিছে । মোৰ এনে লাগিছে— চুলিবোৰ উৰুৱাবলৈ পাই বতাহো হৈছে যেন আনন্দিত!

মই তাইক সুধিলো— তুমি কি গাড়ী ভাল পোৱা সোণ?

তাই ক'লে— চাৰিচকীয়া সকলো এখন কাৰ।

'তোমালোকৰ গাড়ী নাই?' মই সুধিলো।

'নাই, আমাৰ গাড়ী নাই।' তাই ক'লে।

'তুমি গাড়ী চলাব জানা?'

'নাই, নাজানো।'

'তেন্তে তুমি গাড়ী ভাল পালে নহ'ব। ড্ৰাইভাৰকো ভাল পাব লাগিব।'

'অঁ মই ড্ৰাইভাৰকো ভাল পাম। চিগাৰেট নোখোৱা ড্ৰাইভাৰ হ'ব লাগিব কিন্তু।'

'চিগাৰেট খায়, কিন্তু গাড়ী চলাওঁতে যদি নাখায়, তেনেকুৱা ড্ৰাইভাৰ?'

'হ'ব। কিন্তু একেবাৰে নাখালে বেছি ভাল পাম।'

মই ক'লো— মোৰ এখন গাড়ী আছে। সৰু চাৰিচকীয়া এখন কাৰ, গভীৰ নীলা ৰঙৰ। অপাপ শান্ত আৰু অবোধ গাড়ী। এচপৰা মেঘৰ চালি আৰু শূন্যতাৰ চাৰি বেৰেৰে মোৰ এটা গেৰেজ আছে, য'ত লালকাল দি শুই থাকে সেই গাড়ী। যাৰ পুষ্টিহীন তলুৱা মামৰে চেলেকে আৰু উঁই পোকবোৰে চোবাই ছিঙি পেলাব খোজে চাৰিওখন দুৱাৰৰ আৱাহনী। তথাপি জানা— উস্ আস্ নকৰে মোৰ গাড়ী। দাঁত কামুৰি পৰি থাকে মেঘৰ চালিৰ তলত, শূন্যতাৰ নিৰাপদ গেৰেজত। মই গাড়ী উলিয়াওঁ গেৰেজৰ পৰা— কেৰেচিয়াঁকৈ শূন্যতা কাটি। ষ্টেয়াৰিঙত মোৰ দুহাতৰ উত্তাপ পাই গাড়ী উঠে নাচি। উঠে নাচি। বাটৰ ধূলি পিছ পেলায় আৰু পিছ পেলায় সমুখৰ আলি, দুকাষৰ ঘৰ-দোকান-মানুহ আৰু গছৰ শাৰী— গতিৰ আনন্দত মতলীয়া বাল্মীকময় মোৰ গাড়ী।

আগুৱাই যায় সকলো ভগ্ন পথেৰে মোৰ গাড়ীয়ে— যেন জোখ ল'ব ভগ্নতাৰ, যেন জোখ ল'ব দুৰ্দশাৰ। আগুৱায় গাড়ী, চকাৰ তলত চেপা খায় বেলি!

এনেকৈয়ে লাহে লাহে বাঢ়ি আহিল উঁইপোক, বাঢ়ি আহিল গাড়ীৰ শৰীৰেৰে একা-বেঁকা মাটিৰ ৰেখা। আৰু এনেকৈয়ে এদিন এডাল মাটিৰ ৰেখাই আহি মনে মনে চুলেহি মোৰ অন্যমনস্ক গোৰোহা!

তাৰ পাছত কি হ'ল জানা— তাৰ পাছতো ধ্যানমগ্ন চালকৰ ছীটত বহি সপোনৰ হাত ধৰি মই গৈ থাকিলো, গৈ থাকিলো, গৈ থাকিলো গাড়ীখনক উঁইবোৰৰ মাজত এৰি দিবলৈ। গাড়ীখনক কৰি তুলিবলৈ এটা উঁই হাফলু। মই সপোনত দেখা এটা উঁই হাফলু।

এতিয়া গাড়ীখনে মোক খাটনি ধৰিছে— মোৰ সপোনৰ পৰা গাড়ীখনক বচাবলৈ। খাটনি ধৰিছে মোক লৈ যাবলৈ গাড়ীখনক সেই মেঘৰ চালিৰ তললৈ, শূন্যতাৰ নিৰাপদ গেৰেজলৈ, শব্দহীনতালৈ, গতিহীনতালৈ

মোৰ কাষত বহি অহা সহযাত্ৰী ধুনীয়া ছোৱালীজনীয়ে দুই চকু বহলকৈ মেলি মোৰ কথাবোৰ একান্তমনে শুনিছে। এনেকুৱা দুৰ্দশাগ্ৰস্ত গাড়ী থাকিব পাৰে বুলি কল্পনাই কৰিব পৰা নাই চাগৈ গাড়ী ভাল পোৱা ছোৱালীজনীয়ে।

মই তাইক সুধিলো— 'এই পুৰণি গাড়ীখনত উঠিবা?'

'উঠিম, উঠিম, উঠিম। বহু দূৰলৈ যাম কিন্তু!' তাই ক'লে।

'বহু দূৰলৈ নহয় সোণ। গাড়ীখন যে পুৰণি। হঠাতে গাড়ীখন বেয়া হৈ যাব পাৰে— তেতিয়া গাড়ীত উঠাৰ আনন্দ নৰকত পৰিণত হ'ব। মই এখন নতুন গাড়ী কিনাৰ কথা ভাবি আছোঁ। সেইখন গাড়ীত উঠি আমি বহুদূৰলৈ যাম দিয়া ...।' মই ক'লো।

'নতুন গাড়ী কিনিব? কেনেকুৱা গাড়ী?' তাইৰ চকু দুটা জিলমিলাই উঠিল।

'ৰ'বা। সেই গাড়ীখনৰ এতিয়াও জন্ম হোৱা নাই। মাকে উমনি দি আছে— লোহা, কল-কব্জা, ধাতু, পেট্ৰল আৰু মবিলৰ এটা স্তূপ। টায়াৰৰ চাৰিখন ঠেং আৰু লোৰ কৰঙনেৰে আলফুলে চেপি ধৰিছে তাই সেই লৌহময় স্তূপটো। তাইৰ শেঁতা হে'ড লাইট দুটাত জিলিকি উঠিছে এক অৰ্বাচীন পোহৰ!

তাইৰ জাস্তৱ উমনিত লাহে লাহে উষ্ণ হৈ উঠিব সেই স্তূপটো। ঠন ধৰি উঠিব স্প্ৰিংবোৰে, কল-কব্জা, কাঁচ-ধাতুৰ কঠিনতা আৰু লাহে লাহে কঁপি উঠিব কণমানি গাড়ীখনৰ শৰীৰ ৰিণিকি ৰিণিকি। যেতিয়া চাৰি ঠেং আৰু কৰঙন মেলি দিব মাতৃ গাড়ীখনে আৰু তাইৰ পেটৰ তলত চিঁ-চিঁয়াই উঠিব সন্তান গাড়ীখন— আৰু ক'লা ধোঁৱাৰ নিশ্বাস এৰিব। পিৰিক-পাৰাক কৰিব দুচকুৰ লাইট আৰু কেঁকাই কেঁকাই আগুৱাই যাব এখোজ-দুখোজকৈ এইমাত্ৰ ওপজা গাড়ীখন— গাড়ীখনে কস্তুৰী মৃগৰ দৰে নিজৰ শৰীৰেৰে পেট্ৰলৰ গোন্ধত এপাক ঘূৰিব ...। তাৰ পাছত মাকৰ পিছে পিছে পিচ দিয়া ৰাজআলিৰে চুচুক-চামাককৈ আগবাঢ়ি যাব সদ্যোজাত গাড়ীখন। তাৰ পাছত কি হ'ব জানা— এটা দুৰ্ভাবনাৰ চাৰিআলিত এই অবোধ পোৱালি গাড়ীখনক এৰি দি মাতৃ গাড়ীখনে নিজে গুচি যাব এক নিৰাপদ গেৰেজৰ ছাঁলৈ। মই এই অবোধ মাকে এৰি থৈ যোৱা গাড়ীখন কিনিম।'

'কেতিয়া কিনিব? কেতিয়া কিনিব? গাড়ী কিনিবলৈ যাওঁতে মোকো আপোনাৰ লগত নিবনে?' মোৰ সহযাত্ৰীয়ে সুধিলে।

মই ক'লো— নিম। নিম সোণ! গাড়ী যে ইমান সুন্দৰ, ইমান পবিত্ৰ এই কথা মই তোমাৰ পৰাই অনুভৱ কৰিলো। বেংকৰ কাগজ-পত্ৰ সকলো হৈ গৈছে। অহা সপ্তাহত গাড়ীখন ডেলিভাৰী ল'লেই হ'ল! তোমাক লৈ যাম সিদিনা, হ'ব?

'হ'ব।' তাই ক'লে আৰু এছাটি বতাহ উশাহত টানি ল'লে তাইৰ বুকুৰ শূন্য গেৰেজটো ভৰাই তুলিবলৈ!

## দুই

ৰাস্তাৰ মাজতে মই দুৰ্ঘোৰ টোপনি গ'লো আৰু দেখিলো যে মোক আবৰি মানুহবোৰে জুম বান্ধিছে ৰাস্তাত। মানুহৰ চিঞৰ-বাখৰ আৰু ফুচফুচনিত মই আৰু বেছিকৈ টোপনিত পৰিলো। গুমগুমাই এখন ট্ৰাক আহিল। হৰ্ন বজালে আৰু ভাগি গ'ল মানুহৰ জুম। পৰি থাকিলো কেৱল টোপনি যোৱা মই ৰাস্তাৰ মাজতে।

ট্ৰাকৰ পিছে পিছে বাছৰ শাৰীবোৰ আহিল। বাছৰ শাৰীৰ পিছে পিছে তিনিচকীয়া আৰু দুচকীয়াৰ শাৰীবোৰ আহিল— আৰু যেতিয়া মোৰ ওপৰেৰে পাৰ হৈ গ'ল সেইবোৰ, যেতিয়া মই গুড়ি হৈ গ'লো— তেতিয়া মই গভীৰ টোপনিত।

কুকুৰ এটাই মোক দেখিছিল। আৰু কৌতূহলবশতঃ নে ভোকত মোক টানি নিব খোজোঁতে, তাৰ দাঁত মোৰ গাত খহুৱাওঁতে মই ভাবিলো কুকুৰটোও টোপনিত পৰিব এতিয়া!

অজস্ৰ সূৰ্যোদয় আৰু সূৰ্যাস্তৰ চামনি পৰিছে মোৰ টোপনিত ..। মোৰ ইমান টোপনি দেখি মই ভাবিলো, কিন্তু মই ভাবিব নোৱাৰিলো টোপনিত।

এনেতে মোৰ জেপত গুড়ি হৈ যোৱা মোবাইল ফোনটো বাজি উঠিল। মই চালো— সোণ।

ৰিচিভ কৰিলো। সিপাৰৰ পৰা তাই চিঞৰিলে— কি হ'ল— আজি আপুনি গাড়ী ডেলিভাৰী লোৱাৰ কথা আছিল নহয়! মই কাপোৰ-কানি পিন্ধি বৈ আছোঁ। কেতিয়া আহিব আপুনি? নে ময়েই বিমল এজেন্সিলৈ

যাম?

মই ক'লো— অকণমান টোপনি গৈছিলো অসময়তে। দেৰি হৈ গ'ল নেকি? তেনেহ'লে তুমি বিমললৈ আহি যোৱা— তাতেই লগ পাম।

মই গৈ যেতিয়া বিমল অট'মোবাইলছৰ সমুখ পালো, দেখিলো— আইনাৰ প্ৰকাণ্ড দুৱাৰখনৰ কাষত থিয় হৈ আছে মোৰ সোণজনী। বগা ধকধকীয়া এযোৰ চেলোৱাৰে তাইক আৰু বেছি উজ্জ্বল, মোহময়ী কৰি তুলিছে। মই তাইৰ ডিঙিলৈ চালো— উকা ডিঙি। মই তাইৰ হাতলৈ চালো— উকা হাত।

মই তাইক সুধিলো— তুমি ডিঙিত-হাতত একো নিপিন্ধা?

তাই ক'লে— নিপিন্ধো।

'কিয়?' মই সুধিলো।

'পিন্ধিবই লাগিব বুলি কিবা কথা আছে নেকি?'

হঠাৎ সেই শিশু ডাঙৰ হৈ গ'ল। তাই এজনী ডাঙৰ ছোৱালীৰ দৰে প্ৰশ্ন কৰিলে।

মই ক'লো— পিন্ধিবই লাগিব বুলি কোনো কথা নাই। কিন্তু ছোৱালীবোৰে যে পিন্ধে, সেয়ে সুধিলো।

তাই ক'লে— কিয় নিপিন্ধো পাছত ক'ম কেতিয়াবা। আপোনাৰ গাড়ীত উঠি গৈ থাকোঁতে ক'ম কেতিয়াবা।

'মোৰ গাড়ীত উঠি ক'লৈ যাবা? ক'লৈ যাব খোজা? বুৰঞ্জীতকৈয়ো পুৰণি এটা পথেৰে যাব খোজা নেকি? ভ্ৰমণ কৰিব খোজা নেকি পৃথিবীৰ পৰা স্বৰ্গ আৰু নৰকলৈ মোৰ নতুন গাড়ীৰে?' মই ক'লো।

মই ক'লো— মোৰ পিতা স্বৰ্গত। মোৰ মা, মোৰ ককা-আইতা, প্ৰপিতামহ, সকলো আছে স্বৰ্গত। স্বৰ্গ আৰু নৰক একেটা পথ— ওপৰৰ পৰা তললৈ, তলৰ পৰা ওপৰলৈ। পৃথিৱী হ'ল জংচন।

যাবা? দুৰন্ত গতিত পৃথিৱীৰ ওপৰেদি উৰি যাব আমাৰ গাড়ী— সাগৰৰ পিছত সাগৰ, মৰুভূমিৰ পিছত মৰুভূমি, পথাৰৰ পিছত পথাৰ, অৰণ্যৰ পিছত অৰণ্য, সকলো এৰি থৈ দুৰন্ত গতিত গৈ থাকিব আমাৰ গাড়ী ...।

আৰু থিৰাং কৰিব নোৱৰা সময়ত আমি গৈ স্বৰ্গ পাম। পিতা আৰু মা, ককা আৰু আইতা আৰু সকলোকে আমি লগ পাম। মায়ে কিজানি মোক কোলাত ল'ব আৰু ক'ব— 'ইয়াতো শান্তি নাই বাচা, স্বৰ্গও পৃথিৱীৰ দৰে।'

তাৰ পাছত স্বৰ্গৰ পোহৰ ফালি আমি গুচি যাম অন্য এটা পথেৰে। সৰ্পিল গতিত আমাৰ গাড়ী নামি আহিব আৰু এটা প্ৰকাণ্ড দ গাঁতেৰে সোমাই যাব নৰকলৈ।

আত্মহত্যা কৰা মোৰ ভনী আছে নৰকত। পুলিচৰ গুলীত নিহত মোৰ বিপ্লৱী বন্ধু আছে নৰকৰ আন্ধাৰত। ভনীক চুমা খাম। বন্ধুক সাবটি ল'ম। আৰু সিহঁতেও কিজানি আমাক ক'ব যে 'নৰকতো শান্তি নাই। নৰকো পৃথিৱীৰ দৰে।'

স্বৰ্গও পৃথিৱীৰ দৰে। নৰকো পৃথিৱীৰ দৰে। মৃত্যুৰ পাছতো পৃথিৱী। মুক্তিৰ পাছতো পৃথিৱী। তাৰ পাছত নৰকৰ আন্ধাৰ ফালি আমি পৃথিৱীলৈ উঠি আহিম সেই একেটা পথেৰে। বুৰঞ্জীৰ সিপাৰৰ পৰা ইপাৰলৈ, ইপাৰৰ পৰা সিপাৰলৈ মানুহ অহা-যোৱাৰ যি পথ!

মোৰ নতুন গাড়ীৰে তোমাক লৈ বুৰঞ্জীতকৈও পুৰণি সেই পথেৰে আমি আহি থাকিম বুৰঞ্জীৰ মাজে মাজে। আহি আহি যেতিয়া ঘড়ীত দেখা পাম— অ' তোমাৰ হাতত ঘড়ী নাই— মোৰো কিছুদিন আগলৈ ঘড়ী নাছিল। এতিয়া সোণালী চেইনৰ এটা ঘড়ী বাটত পোৱা— তাক পিন্ধি থাকোঁ। সেই ঘড়ীত যেতিয়া দেখা পাম— বৰ্তমান, আমি নামি পৰিম। তাৰ পাছত তুমি তোমাৰ ঘৰলৈ যাবা। মই যাম মোৰ ঘৰলৈ। কৰিবা নেকি তেনে এক ভ্ৰমণ মোৰ গাড়ীৰে, সোণ?

তাই ক'লে— নহয়, নহয় মই বুৰঞ্জীতকৈও পুৰণি সেই ৰাস্তাৰে যাব নোখোজো। মই যাব নোখোজো স্বৰ্গ আৰু নৰকৰ পথেৰে। মই যাব খোজোঁ বৰ্তমানতকৈও নতুন এটা পথেৰে ...

মই সুধিলো— হয় নেকি? কোৱাচোন তেন্তে তুমি বিচৰা কেনেকুৱা যাত্ৰা।

তাই ক'বলৈ ধৰিলে— মই যাব খোজোঁ বৰ্তমানতকৈ নতুন এটা

পথেৰে ভৱিষ্যতৰ দিনবোৰলৈ, বতাহ ফালি ফালি ইজোপা গছৰ পৰা সিজোপা গছলৈ বেং মেলি মেলি ...

সাপৰ দৰে আমাৰ গাড়ী ফেঁট তুলি তুলি গৈ থাকিব আৰু মোচৰ খাই ৰৈ যাব জহন্নাম বাছষ্টেশুত। নামি পৰিম— বটলত পানী ল'ম। আপুনি জুইশলা আৰু চিগাৰেট কিনিবলৈ গৈ ৰৈ যাব, আৰু কিনি আনিব তাৰ সলনি কেইটামান আপেল, কফি বাইট চকলেট দুই মুঠি। সময় কটাবলৈ বাটত খবৰ কাগজত বান্ধি আনিব বাদামৰ এখন পাহাৰ। আৰু তাচ খেলিব জানেনে আপুনি? বাটৰ কাষত গাড়ী ৰখাই খেলিম কেতিয়াবা তাচপাত। পাতি ল'ম ছীটত মেম আৰু গোলামৰ ভাগ্য আৰু জ'কাৰৰ আদিম বিশ্ৰাম।

তেনেকৈ গৈ থাকোঁতে গৈ থাকোঁতে হঠাৎ এদিন বৰফত মুখ গুঁজি ৰৈ যাব আমাৰ গাড়ী। খিৰিকীৰে আমি চাম— কি নগৰ এয়া? খিৰিকী বন্ধ কৰিম। গৰম কাপোৰ গাত সুমুৱাই ল'ম। মই ক'ম কফি আনক, কফি আনক. ইমান ঠাণ্ডা, ইমান শীত। বৰফ পৰিছে উৰি উৰি... কোনোবা মেৰুৰ কাষেৰে আমি গৈ থাকিম। বতাহত ঠেৰেঙা লাগিব আমাৰ গাড়ী। টান টান হৈ পৰিব আমাৰ কামিহাড়। কঁপি কঁপি নিজৰ বুকুতে পাক খাই থৰ হৈ পৰিব আমাৰ গাড়ী। বৰফেৰে চৌদিশ বগা বগা ধৱল কুষ্ঠৰ দৰে এখন নগৰ পাম আমি সেই যাত্ৰাত।

জানিব নেকি আপুনি— জানিব নেকি? অ' আপুনি— আন কোনোবা মানুহ হোৱাৰ পৰিৱৰ্তে হোৱা আপুনি— জানিব নেকি, জানিব নেকি আমাৰ গাড়ীৰ ভাগ্যই কেনেকৈ পাব সেই শীত? আপোনাৰ ঘড়ীৰ কাঁটাত কিমান মাইল মাইল দূৰ যাব লাগিব ভৱিষ্যতৰ ডাকঘৰলৈ জানিব নেকি, জানিব নেকি আপুনি?

আৰু এদিন উপন্যাসৰ পৃষ্ঠাত বৰফ গলি গলি পানী হ'ব যেতিয়া, এঙামুৰি দি উঠিব আমাৰ গাড়ী। আৰু আমিও ঠন ধৰি উঠিম কোমল ৰ'দত। তাৰ পিছত আকৌ খহাম বাদামৰ পাহাৰ, আকৌ ভৰাম বটলত পানী। আকৌ ফেঁট তুলি তুলি অৰণ্যৰ পিছত অৰণ্য, দিনৰ পাছত ৰাতি কত দিন-মাহ-বছৰ— দুৰন্ত গতিত বৰ্তমানতকৈ নতুন এক পথেৰে গৈ

থাকিম গৈ থাকিম, জ্বলি থাকিব সেউজীয়া ট্ৰেফিক লাইট।

গৈ থাকিম গগনচুম্বী অট্টালিকাবোৰৰ ওপৰেৰে, জুপুৰিবোৰৰ ছটফটনিৰ ওপৰেৰে, গৃহদাহ আৰু ছাঁইৰ পাহাৰ, ভগ্নস্তূপ আৰু বিষ্ঠা-মূত্ৰ-নৰ্দমা, ভেন ভেন মাখিৰ জাকবোৰৰ ওপৰেৰে, শগুণৰ পাখিৰ ধপধপনি আৰু নষ্ট নগৰৰ উপদংশ ধুবলৈ ডেটল আৰু ফেনাইলৰ গোন্ধৰ ওপৰেৰে ফেঁট তুলি তুলি

তাই কৈ গ'ল— কলঘৰৰ উকিত চক খাই উঠা কাউৰীৰ কোৰ্হাল, শ্ৰমিকৰ ঘাম-বিদ্ৰোহ-ধৰ্মঘট-পিকেটিং সমদল, দেৱালত লিখা ইস্তাহাৰ, ৰাইফল-বেয়নেট, বিচ্ছিন্নতাবাদ, ছুৰীকাঘাত, হত্যা, অপহৰণ, লুণ্ঠন, ধৰ্ষণ, ভিক্ষাৰীৰ জোলোঙা, ডাটি-চুলিৰে ভোবোকাৰ কয়দীৰ ৰঙা চকু, বন্দীশালৰ উচুপনি, অহৰহ। এটা ফাপৰে ধৰা কুকুৰৰ ভেউ ভেউ কাণ তাল মাৰি যোৱা শব্দ, সকলো পিছ পেলাই সকলো পিছ পেলাই দুৰন্ত গতিত গৈ থাকিব আমাৰ গাড়ী। জ্বলি থাকিব পথত সেউজীয়া ট্ৰেফিক লাইট। গৈ থাকিম গৈ থাকিম

আৰু পাৰ হৈ যাম সৰ্পিল গতিৰে কৃত্ৰিম উপগ্ৰহৰ পোহৰ, বক্তৃতাৰ ফুলজাৰি, বিশ্ব সম্মিলন, সাহিত্যৰ পুৰস্কাৰ, কবিতা উৎসৱ, আৰ্ট গেলেৰী, প্ৰদৰ্শনীৰ ভিৰ, মন্ত্ৰীৰ জন্মোৎসৱ, বৃহৎ দেৱালী, মদৰ বটল ভঙা ঠুং-ঠাং শব্দ, ৰিমঝিম নৃত্য, সুৰাৰ ৰাগীত কাপোৰ সুলকি পৰা কোনো নৰ্তকী, ভায়োলিন আৰু গীটাৰৰ সুৰৰ মূৰ্ছনা, পুৰোহিতৰ মুখৰ দুৰ্গন্ধ, দাস্তবিনৰ কাষত স্ফীতোদৰা ৰমণীৰ প্ৰসৱ বেদনা .. সকলো পিছ পেলাই সকলো পিছ পেলাই পিপ্ পিপ্ আমাৰ গাড়ী—- বৰ্তমানতকৈ নতুন পথেৰে আমাৰ গাড়ী

আকৌ যদি পাওঁ বাছষ্টেণ্ড? ওহোঁ নানামো, নানামো তাত— সেই জহন্নামত। গৈ থাকিম গৈ থাকিম কিমান দিন দিন কিমান মাহ মাহ বছৰ বছৰ গৈ থাকিম। শেষ হ'ব বটলৰ পানী। শেষ হ'ব খাদ্য সম্ভাৰ— অম্লপিত্ত, জ্বৰ, বমি, মূৰৰ ঘূৰণি ... গৈ থাকিম ধোঁৱৰ পথাৰ, তামোলৰ বাৰী, বাঁহনি অ' মৰিশালিৰ জোন, অ' নদী নদী তোমাৰ কল্লোল!

তাৰ পাছত এটা কেন্দ্ৰহীন বৃত্ত আমি নামি যাম। আমাৰ সেউজীয়া

ইমান যাত্ৰাৰ স্মৃতিৰে আমি আমাক পাম উত্তেজিত, ৰোমাঞ্চিত আৰু ক্লান্ত। তাই অলপ ৰ'ল আৰু ক'লে— মই বিচাৰোঁ এনে এক যাত্ৰাৰে বলীয়ান হ'বলৈ।

তাই পুনৰ ক'লে— আপোনাৰ গাড়ী, আপুনি ড্ৰাইভাৰ— কওক এনে এক যাত্ৰা সম্ভৱ হ'ব পাৰেনে মহাশয়?

## তিনি

ফৰকাল বতৰ। মেঘবোৰ আঁতৰত থুপ খাই আছে। গাড়ী ষ্টাৰ্ট দি মই মোৰ সেই আকাংক্ষিত সহযাত্ৰী ছোৱালীজনীক, যাৰ মই নামটোকে এতিয়ালৈ সোধা নাই, ক'লো—

'ব'লা তেন্তে যাওঁ। খিৰিকী খুলি দিয়া। এ চি নচলাওঁ। বতাহত তোমাৰ চুলিবোৰ উৰিবলৈ এৰি দিয়া— বতাহো আনন্দিত হ'ব?'

'হয় নেকি? হ'ব তেন্তে।' তাই সম্মতি জনালে।

'ইমানদিনে মই তোমাৰ নামটোকে নুসুধিলো। ভুলতে নে শুদ্ধকৈয়ে তোমাক 'সোণ' বুলি মাতিলো আৰু তুমিও মানি ল'লা। তথাপি তোমাৰতো এটা নিজাকৈ নাম আছে— মা-দেউতাৰাই দিয়া? কি নাম সেইটো?'

'মায়া।' তাই ক'লে।

মায়া... মায়া... মায়া...। মই তিনিবাৰমান উচ্চাৰণ কৰি কিবা ভাবিলো, কিন্তু কি ভাবিলো নাজানিলো।

৮০-৯০-১০০ স্পীডত গাড়ী চলাই গৈ আছোঁ। মই তাইক, যাৰ নাম মায়া, সুধিলো— কেনে লাগিছে?

'বৰ ভাল লাগিছে বৰ ভাল লাগিছে। গাড়ীও ভাল, ড্ৰাইভাৰো বেয়া নহয।' তাই ক'লে।

'ড্ৰাইভাৰো বেয়া নহয় মানে— কি ক'ব খুজিছা? তাৰমানে সিমান ভালো নহয়— ইয়াৰ অৰ্থ সেয়ে নহয় জানো?'

তাই ক'লে—

'মই সেইবোৰ একো ভাবি কোৱা নাছিলো। আৰু এটা কথা— ভাল-বেয়া এইবোৰতো একেবাৰে আপেক্ষিক কথা। আজিৰ ভালটো কাইলৈ

বেয়া হৈ যাব পাৰে, কালিৰ বেয়াটো আজি ভাল হৈ যাব পাৰে। দস্যু ৰত্নাকৰক দেখা নাছিল— বাল্মীকী হৈ গ'ল?'

'অ' তুমি দেখোন বহু কথা জানা। সৰু ছোৱালী নহয়!'

'কোনে কৈছে মোক সৰু ছোৱালী বুলি। দস্তুৰমত ২৩ বছৰ।'

'নহয়, মই তোমাক সৰু ছোৱালী বুলি ভাবিছিলো এইকাৰণেই যে মই যেতিয়া তোমাক সৰু ছোৱালী বুলি ভাবি 'সোণ' বুলি মাতিছিলো, তুমি আপত্তি কৰা নাছিলা। অৰ্থাৎ তুমি তেতিয়া নিজকে সৰু ছোৱালী বুলি মানি লৈছিলা?'

'মই মাজে মাজে সৰু ছোৱালী, মাজে মাজে ডাঙৰ ছোৱালী।' মায়াই ক'লে।

মই সুধিলো— মই বাৰু এতিয়া তোমাক সোণ বুলি মাতিম নে মায়া বুলি?

'মানুহৰ আগত মায়া বুলি মাতিব। আৰু মানুহ নাথাকিলে বা অন্তৰেৰে মাতিলে সোণ বুলি মাতিব।'

'কিয় মানুহৰ আগত সৰু ছোৱালী হৈ থাকিব নোখোজা?' মই জেৰা কৰাৰ দৰে প্ৰশ্ন কৰিলো।

তাই একো উত্তৰ নিদিলে। হাঁহিলে মাত্ৰ।

আৰু মই মূৰ দুপিয়াই দুপিয়াই ক'লো—

'ঠিক আছে, সেয়ে হ'ব। মানুহৰ আগত মায়া, মোৰ লগত সোণ!' এনেতে দেখিলো ৰাস্তাৰ সোঁমাজতে এটা এশিঙীয়া গঁড়। মই স্পীড কমোৱা দেখি মায়াই সুধিলে—

'কি হ'ল?'

মই ক'লো— সমুখলৈ চোৱা। সৌটো কি দেখিছা?

'আহ! কি ধুনীয়া এটা গঁড়!'

তাৰ মানে আমি কি পালোহি জানা—

কাজিৰঙা। কি কৰিম এতিয়া— গঁড়টো সোঁমাজতে আছে। অকণো লৰচৰ কৰা নাই। লাহেকৈ খুন্দিয়াই দিম নেকি? তুমি দুৰ্ঘটনা ভাল পোৱানে সোণ?

দুৰ্ঘটনা? দুৰ্ঘটনাক কোনোবাই ভাল পাব পাৰেনে?

তাই প্ৰশ্নবোধক এছাটি চাবনি মোলৈ নিক্ষেপ কৰি ক'লে।

মই ক'লো— মই এনে এজন ড্ৰাইভাৰ, যি দুৰ্ঘটনা ভাল পাওঁ! মইতো এক মহান দুৰ্ঘটনাৰ বাবে অপেক্ষা কৰি থাকোঁ। যি দুৰ্ঘটনাত ছিন্ন-ভিন্ন হৈ যাব মোৰ দেহ। মোৰ হাত দুখনে আৰু বিচাৰিব নোৱাৰিব কেতিয়াও কজলা ঢৌবোৰ, মোৰ ভৰি দুখনে আৰু যাব নোৱাৰিব কেতিয়াও সেউজীয়া মায়াৰ প্ৰান্তৰ। মোৰ তেজ গৈ গৈ ৰক্তক্ষৰণ বন্ধ হ'ব বতাহৰ স্পৰ্শত কৰাল লাগি। মোৰ ধপধপনিবোৰ মাৰ যাব ধূসৰ কঁপনিত। ছায়ামগ্ন মোৰ হৃদয় বুলি আৰু কোনো হৃদয় নাথাকিব। নিথৰ হৈ হৈ মই চেঁচা হৈ যাম আৰু ভোল যাম নিজকে চাই। ... মাথোঁ মোৰ বন্ধুৰ বাউসীটোৱে উচুপিব— যদি কোনো বন্ধু থাকে। আৰু মোৰ পাটীৰ তিৰোতাৰ চকুহালিয়ে উচুপিব, যদি কোনোবা থাকে মোৰ লগত শুবলৈ। তেনে এক মহান দুৰ্ঘটনাৰ বাবে মই সদায় অপেক্ষা কৰি থাকোঁ।

'যদিও মই নিবিচাৰো আপোনাৰ কোনো দুৰ্ঘটনা হোৱাটো, তথাপি আপোনাৰ সেই মহান দুৰ্ঘটনাৰ খবৰ মই ৰাখিম— সুখে যদি বাট নেভেটে মোৰ!' মায়াৰ মাতটো কৰুণ হৈ উঠিল।

মই ক'লো— মই নিজে কোনো দুৰ্ঘটনা সংঘটিত কৰিব নোখোজো। কাৰণ মই নিজেই এটা দুৰ্ঘটনা। মোৰ জন্ম এটা দুৰ্ঘটনা। প্ৰকৃততে সকলো মানুহৰে জন্ম এটা দুৰ্ঘটনা। থাওক দিয়া সেইবোৰ কথা। কিন্তু কোনো আগজাননী নিদিয়াকৈয়ে দুৰ্ঘটনাবোৰ আহে। আৰু যেতিয়া আহে, প্ৰথমে গম পায় আঘাতবোৰে। কাৰণ আঘাতবোৰৰ জন্ম হয় দুৰ্ঘটনাবোৰৰ লগে লগে।

'প্লীজ, এইবোৰ কথা আৰু নক'ব। মই বৰ কষ্টত ডাঙৰ হোৱা ছোৱালী। মই জীয়াই থাকিব খোজোঁ কোনো দুৰ্ঘটনা নোহোৱাকৈ। আপোনাৰ কথাবোৰে মোক জীৱনৰ বিৰুদ্ধে প্ৰৰোচিত কৰি তুলিব। প্লীজ নক'ব— চাওক— গঁড়টোও আঁতৰি গৈছে। সিয়ো দুৰ্ঘটনা ভাল নাপায়। ..'

মায়াই কাতৰভাৱে কথাখিনি কৈ মোৰ বাহুত খামুচি ধৰিলে।

মই মূৰ দুপিয়ালো, যাৰ অৰ্থ— 'আৰু এনেবোৰ কথা নকওঁ!'

গঁড়টো ৰাস্তাৰ পৰা নামি সেউজীয়া গছ-গছনিৰ মাজেৰে আগুৱাই যাবলৈ ধৰিলে। স্পীড ১০ লৈ আনি আমি গুচি যোৱা গঁড়টোৰ পিনে চালো। এটা শান্ত গঁড। কিয়বা আহিছিল গঁড়টো এইদৰে অকলশৰে। গঁড়টোৰ বা কিমান সমস্যা। মই গঁড়টোৰ কথা ভাবিবলৈ লৈছিলো, এনেতে মায়াই ক'লে—

মোৰ এটা বদনাম আছে— এই যে গাড়ী ভাল পাওঁ, সেইটো মোৰ বদনাম। মোৰ ঘৰৰ মানুহেই কয়, মই হেনো ভীষণ স্বাৰ্থপৰ। এখন গাড়ীত গৈ থাকোঁতে যদি আন এখন গাড়ী দেখোঁ, মই হেনো সেই গাড়ী, সেই ড্ৰাইভাৰ এৰি আন গাড়ীখনলৈ, আন ড্ৰাইভাৰৰ কাষলৈ গুচি যাম। আপুনি কওকচোন, মই বাৰু তেনেকুৱানে?

মই মূৰ জোকাৰি জোকাৰি ক'লো—

কেতিয়াও নহয়। তুমি কেতিয়াও তেনেকুৱা নহয় সোণ। তুমি গাড়ী ভাল পোৱা এক অস্বাভাৱিক কাৰণত। আৰু এক অস্বাভাৱিক যাত্ৰাৰ বাবে তোমাৰ যি ইচ্ছা, সেয়াতো মহান ইচ্ছা। তোমাৰ এই ইচ্ছা ইতিবাচক। তোমাৰ এই ইচ্ছা মানুহৰ সপক্ষে। মানুহে তোমাক সম্ভাষণ জনাবহে লাগে। ..

ই কি! ৰাস্তাৰ কাষত গছ এজোপাই হাউলি আহি আমাক হঠাতে আগচি ধৰিলে দেখোন। আৰু চেপা কষ্ট খাই থকা এটা মাতেৰে ক'লে—

'মোৰ বহুত কথা পাতিবলগীয়া আছে আপোনালোকৰ লগত। মোৰ আছে আপোনালোকৰ লগত যাত্ৰা কৰাৰ ইচ্ছা। মোক আপোনালোকৰ লগত নিবনে?'

মই মায়ালৈ চালো।

মায়াই মোলৈ। মায়াৰ সেই চাৱনিত সম্মতিৰ প্ৰকাশ।

মই গছজোপাক ক'লো— ব'লা।

গছজোপাই পিছৰ ছীটত উঠি ল'লে।

গছজোপাত বহি আছিল এটা কাউৰী। তাৰ ক'লা ৰংটো কমি গৈ এতিয়া ধূসৰ বৰণীয়া হৈ পৰিছে। কাউৰীটোৱেও মোৰ কাণৰ কাষলৈ আহি ক'লে—

মোৰো আছে বহুত কথা পাতিবলগীয়া। মোৰো আছে বহুত অভিজ্ঞতা আৰু আপোনালোকৰ সৈতে যাত্ৰা কৰাৰ ভীষণ ইচ্ছা। মোকো নিবনে আপোনালোকৰ লগত?

মায়াই মোলৈ চালে।

মই মায়ালৈ। মায়াৰ চকুত আশ্চৰ্য। মই সেই আশ্চৰ্যখিনিক নিবিড় কৰিবৰ বাবে কাউৰীটোক ক'লো—

ব'লা। তুমিও আমাৰ লগত ব'লা। মনতে ভাবিলো— কি কথা আছে কাউৰীৰ? তাৰ ৰং হেৰুওৱাৰ কথা? গছজোপাৰ গুৰিতে আছিল কেইডালিমান বন, যাক ইমান সময়ে লক্ষ্যই কৰা নাছিলো আমি। সেই বনে আহি ক'লে—

মোৰো বহুত কথা ক'বলগীয়া আছে, বহুত কথা। পৃথিৱী সেউজীয়া কৰিবৰ বাবে আপোনালোকে গছ ৰোৱে, ফুল ৰোৱে, খেতি-বাতি কৰে। কিন্তু আমাকতো আপোনালোকে নুৰুৱে। কিয় নুৰুৱে, কিয় নুৰুৱে— আমিওতো সেউজীয়া। পৃথিৱীক সেউজীয়া কৰাত আমাৰো ভূমিকা আছে! মানুহৰ ইচ্ছাৰ বিপৰীতে আমি নিজে নিজে গজি উঠোঁ মাটিত। পৃথিৱীয়ে আমাক গজিবলৈ অনুমতি দিয়ে। কিন্তু মানুহে আমাক উভালি পেলাব খোজে। আমাক উভালি চাচি চাফা কৰি আমাৰ ঠাইত ৰোৱে অন্য গছ, অন্য ফুল। আপোনালোকৰ মহৎ সেউজীয়াৰ বাবে আপোনালোকে হত্যা কৰে সৰু সৰু সেউজীয়া। মোৰো বহুত ক'ব লগা আছে। মোৰো আছে মানুহৰ ওপৰত অভিযোগ...। বনকেইডাল আবেগিক হৈ উঠিল।

মই ক'লো—

ব'লা, তুমিও আমাৰ লগত ব'লা।

মায়াই দুচকুৰ পাহি কঁপাই মোক সমৰ্থন কৰিলে।

গাড়ী ষ্টাৰ্ট দিলো আৰু আগুৱাই গৈ থাকিলো।

মায়াই ক'লে— এতিয়া আমি গছ-বন আৰু কাউৰীৰ সৈতে কথা পাতি পাতি যাম নহয়নে?

মই ক'লো— কিন্তু তোমাৰ সৈতে বহুত কথা পাতিবলৈ দেখোন বৈয়েই গ'ল। তোমাৰ লগতচোন কথা পতাই নাই। মই বছৰ বছৰ ধৰি

যি কথা মোৰ সহযাত্ৰীগৰাকীৰ সৈতে পাতিম বুলি সাঁচি থৈছিলো, সেই কথাবোৰ মই দেখোন তোমাক ক'বই পৰা নাই। আৰু মইতো তোমাৰ বিষয়ে একো নাজানোৱেই, যদিও আমাৰ মাজত এক গভীৰ সম্পৰ্ক স্থাপন হৈছে ইতিমধ্যেই। আনকি মই নাজানো তুমি কি কৰা।

'মই এগৰাকী নাৰ্ছ। ভঙাগড়ৰ মেডিকেল কলেজ হস্পিটেলত কৰোঁ।' মায়াই ক'লে।

'নাৰ্ছ। ইট্ ইজ এ ডেনজাৰাছ জব।'

'কিয় ক'লে ডেনজাৰাছ বুলি?'

'ডেনজাৰাছ নহয়নো কি। মানুহক বেজি দিয়া, চেলাইন দিয়া, চিলোৱা-ফুটোৱা, এইবোৰ মই চাবই নোৱাৰো— মূৰ ঘূৰাই যায় তেজ দেখিলে। সেয়ে মোৰ এইবোৰ কামক ডেনজাৰাছ যেন লাগে।'

'হয় নেকি, আপুনি দেখোন কৈছিল আপুনি দুৰ্ঘটনা ভাল পায় বুলি? দুৰ্ঘটনা মানেতো তেজ আৰু ভঙা-ছিঙা, যন্ত্ৰণা-চিৎকাৰ।'

'দুৰ্ঘটনা মানেতো মৃত্যুৰ দুৱাৰমুখ। মই মৃত্যুক ভাল পাওঁ। দুৰ্ঘটনাজনিত মৃত্যুক। অজানিতে হোৱা মৃত্যুক। ৰোগগ্ৰস্ত হৈ তিলতিলকৈ হোৱা মৃত্যুক মই সহ্য কৰিব নোৱাৰো।'

মায়াই সুধিলে—

আপুনি কি কাম কৰে?

'মই। মই এখন কলেজত কাম কৰোঁ। লেকচাৰাৰ। দৰ্শন পঢ়ুৱাওঁ।'

'দৰ্শন।' মায়াৰ চকু দুটা মেল খাই গ'ল। তাই ক'লে— 'দৰ্শন নামৰ এটা ছাবজেক্ট আছে বুলি জানো। কিন্তু তাত কি আছে একো নাজানো। এটা কথা জানো, আইনষ্টাইন বিজ্ঞানী আৰু দাৰ্শনিক আছিল।' মায়াই খিলখিলকৈ হাঁহি দিলে। আৰু দুয়ো শব্দ কৰি হাঁহি দিলো।

এনেতে দেখিলো পলিথিনৰ কেইটামান কেৰীবেগ বতাহত ভৰ দি উৰি আহিছে আৰু মোৰ গাড়ীৰ সমুখৰ গ্লাছত পৰিছে।

মই স্পীড কমাই সুধিলো— কি হ'ল?

পলিথিনৰ বেগকেইটাই ক'লে— গাড়ী ৰখোৱা, গাড়ী ৰখোৱা।

মই ছাইডত গাড়ী ৰখাই সুধিলো— কিয়, কি হ'ল? কেৰীবেগকেইটাই

অলপ আঁতৰত থকা জাবৰৰ এটা স্তূপৰ পিনে দেখুৱাই মোক আৰু মায়াক ক'লে— আহাঁ, ইয়ালৈ আহাঁ ...

আমি জাবৰৰ দ'মটোৰ সমুখত থিয় হ'লো।

জাবৰে ক'লে—

মই জাবৰ হ'ব পাৰোঁ, কিন্তু মোৰো সহনশীলতাৰ সীমা আছে। মোৰ ইয়াত পৰি থাকে মৰা মেকুৰী আৰু মৰা নিগনি একেলগে। মোৰ ইয়াত পৰি থাকে নষ্ট ভ্ৰূণ আৰু পূজাৰ ফুল একেলগে। মোৰ ইয়াত একেলগে পৰি থাকে মন্দিৰৰ মালা আৰু তেজ-পুঁজ পলিথিন, কেলেণ্ডাৰ, বাতৰি কাকত, মনমোহন সিং আৰু আদৱানি। জাবৰ যেতিয়া ইয়াত সকলো থাকিব পাৰে। কিন্তু মই বিচাৰোঁ মনোমোহন সিং যদি থাকে এল কে আদৱানি থাকিব নালাগে। পূজাৰ ফুল যদি থাকে, নষ্ট ভ্ৰূণ থাকিব নালাগে। তৰুণ গগৈ যদি থাকে বৃন্দাবন থাকিব নালাগে— মোৰ বৰ কষ্ট হয়! মই বৰ আচৰিত হওঁ আপোনালোকৰ চিন্তাৰ জগতখন দেখি। সেয়ে মোকো আপোনালোকৰ লগতে লওক সংগী কৰি।ময়ো আপোনালোকৰ চিন্তাৰ যাত্ৰানো কেনেকুৱা চাব খোজোঁ ..

মই মায়ালৈ চালো।

মায়াই মৌলে। মায়াৰ নাকত ৰুমাল। মায়াই চকুৰে না না কৰিলে।

মই ক'লো— ওহোঁ! জাবৰ, আমি তোমাক নিব নোৱাৰো। তুমি ইয়াত থাকা। আমি তোমাক আমাৰ চেতনাত কঢ়িয়াই নিম— হ'ব?

জাবৰে একো নামাতিলে। বতাহত ভৰ দি আমাৰ গাড়ী ৰখোৱা পলিথিনৰ কেৰীবেগকেইটাই জাবৰৰ স্তূপটোত আশ্ৰয় ল'লেগৈ। মই গাড়ী ষ্টাৰ্ট কৰিলো। কিন্তু দেখিলো ভৰিত ভাগৰ। মই মায়ালৈ চাই ক'লো— ভাগৰ লাগিছে সোণ।

## চাৰি

'আপুনি ক'ত থাকে?' মায়াই মোক সুধিলে।

মই ক'লো— মই ঘৰত নাথাকো। সেয়েহে মোৰ এটা ঘৰ আছে চানমাৰিত। ঘৰৰ পৰা গুচি যাবলৈ লাগে এটা ঘৰ। মই তৎক্ষণাত মৰি

যাম এদিন— সেয়েহে মই জীয়াই থাকোঁ ভীষণভাৱে। মই কাৰো চুলিৰ অৰণ্যত বাস নকৰো। সেয়েহে নাৰীৰ চুলিৰ বতাহত উৰুৱাওঁ চিলা। মই বৰষুণত তিতিব খোজোঁ— সেয়েহে মোৰ ছাতি নাই। মই ৰ'দত ঘামিব খোজোঁ— সেয়ে গছৰ ছাঁত নবহো। মই ভোকত থাকিব খোজোঁ— সেয়েহে ভাত ৰান্ধো । মই ঘৰত নাথাকো। কিন্তু মোৰ এখন বাৰাণ্ডা আছে। মই সেই বাৰাণ্ডাত থাকোঁ।

'বাৰাণ্ডাত থাকে?' মায়াই আচৰিত হৈ প্ৰশ্ন কৰিলে— 'কেনেকুৱা বাৰাণ্ডা??'

পাঁচফুটীয়া মোৰ বাৰাণ্ডাখন। পৃথিৱীৰ আটাইতকৈ সৰু বাৰাণ্ডা হয়তো। চিৎ হৈ শুই দিলে ছয় ইঞ্চি ওলাই থাকে। তথাপি এখন বাৰাণ্ডা। বৰষুণ আহিলে বৰষুণৰ এচাৰকনিৰ সৈতে মই সেই বাৰাণ্ডাত বহিবলৈ ভাল পাওঁ— কেৱল সেইকাৰণে নহয় এই বাৰাণ্ডাখন। পৃথিৱীৰ সকলো মহৎ বাৰাণ্ডাৰ দৰে মোৰ বাৰাণ্ডাখনেও অতীতত বাস কৰে। মই যদি কেতিয়াবা আমন-জিমন, কোনো নাৰীৰ নাভিকুণ্ডৰ পৰা তুলি পানী আনি দিয়ে মোক। এই বাৰাণ্ডাৰ পৰাই মই যাত্ৰা কৰোঁ অতীতলৈ। বাৰাণ্ডাৰ পৰা কেৱল অতীতলৈ যাব পাৰি। কেৱল অতীতলৈ। দুজন বহিব নোৱাৰি মোৰ বাৰাণ্ডাত। বহিলে দুয়োৰে অতীত একে নহয় বাবে কাৰো যোৱা নহয় অতীতলৈ। মাথোঁ চাই থকা হয় আকাশ, চোৱাই থকা হয় বৰ্তমান। সেয়ে বাৰাণ্ডাখন মোৰ এজনীয়া। বহুতৰে বাৰাণ্ডাত থকাৰ দৰে মোৰ বাৰাণ্ডাতো আছে এটা মাটিৰ টাব। য'ৰ পৰা মোৰ নিৰ্দেশত এডালি লতাই সাবটিছে বাৰাণ্ডাৰ খুঁটা এটা। যি লতাই মোক প্ৰশ্ন কৰে সদায়— কোৱা কোৱা আৰু কিমান সাবটিম নিৰ্জীৱ তোমাৰ বাৰাণ্ডাৰ খুঁটা?.. যদি ঘৰৰ ভিতৰত— য'ত মই নাথাকোঁ— একো শব্দ নহয়, যদি ঘৰখন থাকে শুই বাৰাণ্ডাখনত তেতিয়া ভৰি পৰে ভমকাফুলীয়া মেঘ। আৰু তেতিয়াই পখিলা নহয়, পখিলাৰ দৰে এজাক কিবা ওলাই আহে ক'ৰবাৰ পৰা। আৰু মই তৎক্ষণাত টানি আনো চাইকেল বাৰাণ্ডাত আঁউজি থকা। ভৰি থওঁ পেদেলত জাঁপ মাৰি উঠোঁ। আগে আগে চাইকেল, পিছে পিছে পখিলা। পখিলা পখিলা পখিলা পখিলা... পখিলাতো নহয়, পখিলাৰ দৰে

এজাক কিবা বাৰাণ্ডাত ওপজা। . পাঁচফুটীয়া মোৰ এই বাৰাণ্ডাখন— পৃথিবীৰ আটাইতকৈ সৰু বাৰাণ্ডা হয়তো— মই য'ত বহি থাকোঁ আমন-জিমন

'বাহ! কি সুন্দৰ বাৰাণ্ডা! এদিন আপোনাৰ সেই বাৰাণ্ডাখন চাবলৈ যাম। কওক কেতিয়া যাম?' মায়া বৰ কৌতূহলী হৈ উঠিল।

মই ক'লো— দেৰি কিয়, কাইলৈকে আহাঁ।

'কাইলৈ? ঠিক আছে মই কাইলৈ দুপৰীয়াতে গৈ ওলাম।'

## পাঁচ

মই মায়াৰ কাৰণে অপেক্ষা কৰি থকা নাছিলো। মই দৰ্শনৰ প্ৰবক্তা। মই জানো মায়া এজনী ছোৱালীৰ নামেই নহয়, মায়া এক দৰ্শনো। সেয়ে মই বাৰাণ্ডাত বহি থকা নাছিলো। মই আছিলো ঘৰৰ ভিতৰত কাগজ-কলম খুঁচৰি।

এনেতে মই গোন্ধ পাইছিলো মায়াৰ। গোন্ধ পাই ওলাই গৈছিলো। দেখিলো— মোৰ ঘৰৰ হেলনীয়া ছায়াৰ তলত মোৰ বাৰাণ্ডাখনৰ খুঁটা এটাত হাত থৈ বৈ আছে মায়া। মই মোৰ নিজৰ চকুকে বিশ্বাস কৰিব পৰা নাই। মোৰ মুখৰ পৰা মায়া মায়া মায়া তিনিবাৰমান শব্দটো ওলাই আহিল আৰু মই কিবা ভাবিলো। কিন্তু কি ভাবিলো নাজানিলো।

মই খামুচি ধৰিলো মৰমতে মমৰ দৰে তাইৰ মসৃণ দুহাত। মোৰ কাণত আলফুলকৈ ওঁঠ দুটা গুঁজি তাই ফুচফুচাই যি কথা ক'লে— সেই কথা শুনি মটমটকৈ ভাগিবলৈ ধৰিলে মোৰ ঘৰ। খহি পৰিল বাৰাণ্ডাৰ চাল আৰু খুঁটা, খহি পৰিল ঘৰৰ চালেৰে সৈতে চিলিং। টুকুৰা-টুকুৰ হৈ গ'ল চাৰিটা খুৰাৰে সৈতে মোৰ বিছনা। উস আস কৰিবলৈ ধৰিলে কাপোৰেৰে সৈতে ছিন্ন-ভিন্ন হোৱা মোৰ আলনাখনে। থনথনকৈ ভাগি গ'ল মোৰ কাঁচৰ আলমাৰী, ছিটিকি পৰিল আলমাৰীত থকা কিতাপ, মাটিৰ ফুলদানী, মাটিৰ পুতলা, চিয়াঁহীৰ দোৱাত, কাঠ পেন্সিল। অভিমানত ঝনঝনকৈ ভাগি গ'ল মোৰ প্ৰিয় আইনা। উফৰি পৰিল মোৰ চকী-মেজ মেজৰ ওপৰৰ গিলাচ, পানীৰ বটল, চছমা। জ্বলি উঠিল ৰান্ধনিঘৰৰ সকলো

বাচন-বর্তন। অদ্ভুত ভাঁজ ধৰি বাচনবোৰ উঠিল টনটনাই। বন্দী পানী মুকলি হ'ল বাল্টিং বাগৰি। ভুকভুকাই উঠিল মোৰ মৰমৰ পোহনীয়া কুকুৰটো— যাৰ ভুকভুকনি মই আজিলৈকে শুনাই নাছিলো!

মায়াই মোক সাবটি ধৰি ক'লে— 'দৰ্শনৰ প্ৰবক্তা মহোদয়, এই ঘৰ মিছা। এই ভূই-পানী-বতাহ-আকাশ সকলো মিছা। এই জগত মিছা ।'

মই ভাবিলো— তেন্তে ময়ো মিছা। এই কুকুৰটোও মিছা— যি ভুকি আছে!

ভবাৰ লগে লগে কুকুৰটোৱে মোক কামুৰিবলৈ খেদি আহিল। দৌৰি দৌৰি মই পলাবলৈ ধৰিলো।

কুকুৰটোৱে মোৰ ভৰিত কামুৰি ধৰিলে আৰু সুধিলে— 'যদি তুমিও মিছা, ময়ো মিছা। তেন্তে মোৰ ভয়ত তুমি পলাইছা কিয়?'

মই মায়ালৈ চালো।

মায়াই মোলৈ চালে আৰু ক'লে—

এই পলোৱাটোও মিছা।

আকাশ এপাৰ্টমেণ্ট।

বিচাৰি উলিয়াবলৈ মোৰ বেছি সময় নালাগিল। চহৰৰ এই এলেকাটোলৈ মই বহুবাৰ অহা-যোৱা কৰিছোঁ যদিও এই আকাশ এপাৰ্টমেণ্টটোলৈ মোৰ চকু পৰা নাছিল। কাৰণ ই আছিল এটা বাইলেনত। আন বিনা কামত বিনা কাৰণত কোনো মানুহে এই বাইলেনবোৰত নোসোমায়। আনকি কোনো মানুহে সময় কটাবলৈ এনেয়ে ঘূৰি ফুৰিবলগা হ'লেও বাইলেনে বাইলেনে ঘূৰি নুফুৰে। অথচ এই বাইলেনবোৰতে চহৰৰ আটাইতকৈ আকৰ্ষণীয় মানুহবোৰ বাস কৰে।

দুটা সাধাৰণ ধৰণৰ চিৰি বগাই মই ফাৰ্ষ্ট ফ্ল'ৰ পালো। এছাটি শীতল বতাহে মোক ছাটকৈ কোবাই গ'ল। ফেব্ৰুৱাৰী মাহ শেষ হওঁ হওঁ। শীতৰ যেন আৰু কিছুদিন থাকিবলৈ মন! হাফ ছুৱেটাৰটো পিন্ধি অহা হ'লে মোৰ একো ক্ষতি নহ'লহেঁতেন— ভাবিলো।

এশ তিনি নং ফ্লেটটোৰ দুৱাৰৰ কাষত লাগি থকা কলিং বেলটোৰ ছুইচটো টিপি দিলো। ভিতৰত চৰাই এটাই চিএঞৰি উঠিল। কোনো চৰায়ে ইমান খৰকৈ চিএঞৰিব পাৰেনে নাই নাজানো। যদি চিএঞৰেও সেয়া নিশ্চয় আত্ৰানিত, মৃত্যু ভয়ত।

এপতীয়া ধুনীয়া নক্সা কটা দুৱাৰখন খোল খাই গ'ল। তাৰ গাত লাগি থকা অকণমান পোহৰ নে বতাহ চক খাই উঠা যেন লাগিল। নাৰীৰ কণ্ঠস্বৰ—

'আহক, ভিতৰলৈ আহক।'

মই সুধিলো ঃ 'আপুনি বাক্সৰ মাক?'

'হয়। এক মিনিট ৰ'ব দেই' বুলি তেওঁ তৎক্ষণাত ভিতৰলৈ সোমাই গ'ল।

মোক তেওঁ বহিবলৈ কোৱা নাই। আৰু বহিবলৈ ক'তো ঠাই নায়েই। গোটেই ৰুমটো বস্তু-বাহানিৰে খেলিমেলি হৈ পৰি আছে। ছোফাবোৰত কাপোৰ মেলি দিয়া— শুকাবলৈ (ৱাছিং মেচিনত ৰাতি ধোৱা), মজিয়াত কাৰ্পেট এখন আছে যদিও তাৰ ওপৰতে এটা ডাঙৰ কাৰ্টুন। অ'ত-ত'ত

পৰি আছে পেঞ্চিল, ল'ৰা-ছোৱালীৰ কিতাপ-পত্ৰ। মাজৰ টেবুলখনৰ ওপৰত বাগৰি পৰি আছে এটা পাউডাৰৰ টেমা আৰু কাষতে থিয় হৈ আছে এটা পাৰফিউমৰ বটল। যেন মৃত পাউডাৰৰ কাষত বৈ আছে শোকসন্তপ্ত পাৰফিউম।

এই বস্তুবোৰৰ কিছুমান অপসাৰিত কৰিব পাৰিলেহে মোৰ বহিব পৰা হ'ব। সময়তকৈ মই কিজানি বহু আগতে আহিলো। নিজকে বৰ সৰু হৈ যোৱা যেন লাগিল।

তেওঁ বুকুত চুৰ্ণি এখন পেলাই সোমাই আহিল।

'ৰাহুলহঁত নাই নহয়, কালি গধূলিয়েই মোমায়েকে আহি হঠাৎ লৈ গ'ল, আজি যে বন্ধ— সেই কাৰণে। ঘৰ-দুৱাৰ কি খেলিমেলি হৈ পৰি আছে চাওক। ক'ৰ কি যে বস্তু অনিছে, য'তে-ত'তে পেলাই থৈছে। সিহঁত যাবৰে পৰা তেনেকৈয়ে আছে। ময়ো সামৰি থ'বলৈ সময় কৰিব পৰা নাই । কথাখিনি কৈ কৈ তেওঁ এপদ-দুপদকৈ বস্তুখিনি সামৰি থাকিল আৰু ছোফাত পৰি থকা কাপোৰখিনি সামৰি মোক নিৰ্দেশ কৰিলে— 'বহক। আপোনাক দেখিয়ে চিনি পাইছো, ৰাহুলে কৈছিল। সি কালি মোমায়েকৰ লগত কোনোপধ্যে নাযায় আজি আপুনি আহিব বুলি। মোমায়েকেও নেৰে। ছোৱালীজনীও নাযায় সি নগ'লে। পাছত মোমায়েকে জানো কি বুদ্ধি কৰি নিলে। পিছে আপুনি আহিব পাৰে বুলি মই কিন্তু একেবাৰে ভবা নাছিলো। সৰু ল'ৰা-ছোৱালীক ফুচুলাবৰ কাৰণে মানুহে বহুত কিবাকিবি কয়, মিছা প্ৰতিশ্ৰুতি দিয়ে। মই ভাবিছিলো, আপুনিও তাক এনেয়ে কৈছে— চিনেমা দেখুৱাবলৈ নিব, পাৰ্কত ফুৰাবলৈ নিব, আমাৰ ঘৰলৈ আহিব ...।'

কথাখিনি তেওঁ একে উশাহতে কৈ গ'ল। আৰু মই ইতিমধ্যে ছোফা এখনত পোনাই বহি ল'লো আৰু তেওঁৰ কথাৰ প্ৰত্যুত্তৰ হিচাপে ক'লো— নাই নাই, ভুল ভাবিছে। মই সৰু ল'ৰা-ছোৱালীৰ আগত মিছা নামাতো। সিহঁতক কেতিয়াও ফাঁকি নিদিওঁ। সেইবোৰে সিহঁতৰ ওপৰত পাছলৈ বেয়া প্ৰভাৱ পেলায়। আমাকো দেউতাই তেনেকৈ ফাঁকি দিছিল, যিবোৰৰ

কাৰণে আজিও মই দেউতাৰ লগত সহজ হৈ উঠিব নোৱাৰিলো। অৱশ্যে ডাঙৰ মানুহবোৰৰ আগত প্ৰায়ে মিছা মাতিবলগীয়া হয়, ফাঁকি দিবলগীয়া হয়। জগতখনোতো গোটেই মিছা আৰু ফাঁকিৰে ভৰা।'

তেওঁ মিচিকিয়াই হাঁহিলে, 'ময়ো ডাঙৰ। মোৰ আগতো এই কথাখিনি আপুনি চাগে' মিছাকৈয়ে ক'লে! মই কি ভাবিম?' তেওঁ মোক জব্দ কৰিব খুজিলে কথাৰে।

কিন্তু মই হো-হোৱাই আৰু মোৰ হাঁহিৰে তেওঁকো হঁহুৱাই তেওঁৰ কথাৰ মাজত থকা ছিৰিয়াছ ভাবটো সমূলি নস্যাৎ কৰি পেলালো, আৰু কেৱল কেইটামান 'নাই', 'নাই' উচ্চাৰণ কৰিলো।

মজিয়াত পৰি থকা কাৰ্টুনটো তেওঁ ভিতৰলৈ টানি লৈ গ'ল। কাৰ্টুনটোৰ ভিতৰত কি থাকিব পাৰে, অনুমান কৰাৰ কোনো উপায় নাই। কিন্তু টানি নিওঁতে ভিতৰৰ পৰা কল-কব্জাৰ নিচিনা ঘটং-ঘটংকৈ সৰু সৰু শব্দ হ'ল।

তেনেতে মই ঘপহকৈ বহাৰ পৰা উঠিলো, পেণ্টৰ পকেটত হাত ভৰাই কমালখন উলিয়াই আনি নাক আৰু মুখৰ সন্মুখত ধৰি এটা হাঁচি মাৰিলো। হাঁচিটো মাৰি উঠাৰ পাছত মোৰ মনত থকা অপ্ৰস্তুত ভাবটো নোহোৱা হৈ গ'ল। নিজকে অলপ স্মাৰ্ট যেন লাগি গ'ল আৰু মই তেওঁক উদ্দেশ্যি ক'লো— 'বাজলইত নাই যেতিয়া মই যাওঁয়েই দিয়ক। সিহঁতক ক'ব— মই আৰু এদিন আহি চিনেমা দেখুৱাবলৈ সিহঁতক লৈ যাম।'

'ইহঁত নাই কি হ'ল। মোক চিনেমা দেখুৱাব নোৱাৰে নেকি? ময়ো বহুদিন চিনেমা চোৱা নাই, মোক দেখুৱাব?' তেওঁ ক'লে।

ক'তো আইনা নাছিল। আইনা থকা হ'লেহে মই গম পালোহেঁতেন মোৰ মুখখন বিবৰ্ণ হৈ পৰিছিল নেকি? তেওঁৰ এই অপ্ৰত্যাশিত প্ৰস্তাৱত মই থতমত্ খোৱাই নহয়, মই সঁচাকৈ জব্দ হৈ পৰিলো। এইবাৰ হো-হোৱাই হাঁহি তাক নস্যাৎ কৰিব নোৱাৰি মই আকৌ বহি পৰিলো স্বতঃস্ফূৰ্তভাৱে।

এইবাৰ মোৰ কেৱল অবাক হোৱাৰ পাল নহয়, এয়া মোৰ পৰীক্ষাৰ পাল। আৰু মই পৰীক্ষা দিবলৈ সাজু হ'লো।

'নিশ্চয় দেখুৱাম। আপোনাক চিনেমা দেখুৱাবলৈ নিয়াত মোৰ কোনো আপত্তি নাই। কিন্তু মোৰ অলপ ঘৰুৱা কামেই আছিল। বান্ধইতৰ লগত আজি প্ৰ'গ্ৰেম নহ'ল যেতিয়া মই ভাবিছিলো সেইবোৰ কামকে কৰোঁ।'

'কি কাম?' তেওঁ সুধিলে।

'অলপ কাপোৰ-কানি ধুবলগা আছিল। আজি বন্ধৰ দিনাখনে ধুই থ'ব পাৰিলে ভাল।'

'অ' কাপোৰ ধোৱা! সেইটোও কিবা কাম হ'লনে? আপুনি থাকে কোনখিনিত?'

'শিলপুখুৰীত।'

'তেতিয়াহ'লে একো অসুবিধা নাই। এটা কাম কৰিব পাৰি— আমি চিনেমা চাই ঘূৰি আহোঁতে কমত সোমাই ধুবলগা কাপোৰখিনি ল'ব। মই ইয়াতে বাচিং মেচিনত ধুই দিম, কিমান সময়ৰ কাম!'

মুখৰ ভিতৰতে মই ভোৰভোৰাই উঠিলো— 'এয়া অতিমাত্ৰা, অতিমাত্ৰা।' মোৰ বুকুখন কঁপি গ'ল। মাত্ৰ দহ-পোন্ধৰ মিনিটৰ ভিতৰতে ইমান আন্তৰিকতা সম্ভৱনে? সম্পূৰ্ণ অচিনাকি এগৰাকী নাৰীয়ে সম্পূৰ্ণ অচিনাকি এজন পুৰুষৰ স'তে চিনাকি হোৱাৰ মাত্ৰ পোন্ধৰ মিনিটৰ ভিতৰতে চিনেমা চোৱাৰ প্ৰস্তাৱেই নহয়, কাপোৰ ধুই দিয়াৰ ইচ্ছা প্ৰকাশ কৰাটোত নিশ্চয় কিবা বলিয়ালি থাকিব লাগিব, নহয় কিবা অসৎ উদ্দেশ্য। এয়া সৎ উদ্দেশ্য হ'ব পাৰে জানো!

'কি হ'ল, একো নক'লে যে?' মই নিৰুত্তৰ হৈ থকা দেখি তেওঁ পুনৰ সুধিলে।

'নাই নাই, ইট ইজ টু মাচ্চ। আপুনি মোৰ কাপোৰ ধুই দিব কিয়? মই আজি কাপোৰ নুধুলেই নহয়— তেনে কোনো কথা নাই। ঠিক আছে আপুনি ওলাওক, চিনেমা চাবলৈকে যাওঁ।'

'আপুনি বেয়া নাপায়তো? আপোনাৰ যদি ইচ্ছা নাই নালাগে।'

এনেকুৱা ইচ্ছা কল্পনাতো নকৰে কোনেও। কিবা এটা ইচ্ছা পোষণ কৰিবলৈ কিবা এটা ভিত্তি থাকিব লাগে। কিন্তু এই মুহূৰ্তত মোৰ ইচ্ছা বা

অনিচ্ছাৰ মূল্যই বা ক'ত। এয়াতো এক পৰীক্ষা, য'ত মই ফেইল মাৰিব নোৱাৰো।

'ওহোঁ, অকণো বেয়া নাপাওঁ। মইয়ো বহুদিন চিনেমা চোৱা নাই। আৰু আজি চিনেমা চাম বুলিয়েই ঘৰৰ পৰা ওলাই আহিছিলো যেতিয়া, অৱশ্যে বান্ধৱীহঁতক লৈ, সিহঁত নহ'লেও— ব'লক একো নহয়, চিনেমাকে চাওঁ।' মই ক'লো।

মনতে ভাবিলো সময়তকৈ মই আগতে অহা নাই। তেওঁহে সময়তকৈ বহু আগবঢ়া। মই তেওঁৰ লগত সমানে খোজ দিব নোৱাৰিম।

তেওঁ ক'লে— 'আমি নুন শ্ব'হে চাম নহয় জানো? তেতিয়াহ'লে ওলাবৰ হ'লেই। আপোনাক চাহ-তাহ দিব নোৱাৰিলো, বাহিৰতে খাম দিয়ক।'

'অঁ ওলাবৰ হ'ল। চাহ-তাহ খাবৰ সময় নহ'ব। আপুনি ওলাওকগৈ। আচ্ছা, কোনখন চিনেমা চাব? মই ক'ত কি চলি আছে নাজানো।' মই ক'লো।

'আপুনিয়ে কওক কি চাব। এই গুৱাহাটীৰ চৈধ্যটা হলত মাত্র চাৰিখনহে চিনেমা চলি আছে। চিনেমাকেইখন কি জানে?—' মোলৈ চাই বান্ধৱীৰ মাকে চকু দুটাৰে এছাটি হাঁহি ছটিয়াই দিয়া যেন লাগিল।

'নাজানো। মই ক'লো।'

'এখন হ'ল 'হম সাথ সাথ হেই', এখন হ'ল— 'কহো না প্যাৰ হেই', এখন হ'ল— 'প্যাৰ তো হোনা হী থা' আৰু আনখন হ'ল— 'মুহব্বত হো গয়ী'। আপুনি ঠিক কৰক কোনখন চাব, মই ওলাই লওঁ।' এইবুলি তেওঁ ভিতৰলৈ সোমাই গ'ল। আৰু দুৱাৰৰ পৰ্দাখন টানি দিলে।

মই এখনৰ নামো উচ্চাৰণ কৰিব নোৱৰা হ'লো। প্ৰত্যেকখন চিনেমাৰ নামেই এনেকুৱা যে সদ্য চিনাকি এগৰাকী নাৰীক এই চিনেমাবোৰৰ যিকোনো এখনৰ নাম ক'বলৈ হ'লেও একধৰণৰ লজ্জাই জিভাখন কোঁচ খুৱাই আনিব খোজে। মোৰ এনে লাগিল— প্ৰত্যেকখন চিনেমাৰ নামতেই যেন কিবা এটা ইংগিত লুকাই আছে। নিজকে এজন ভদ্র মানুহ বুলি

প্ৰতিপন্ন কৰিব খোজা মানুহে এগৰাকী নাৰীক ইচ্ছা থাকিলেও কেৱল এই নামবোৰৰ বাবেই চিনেমা দেখুৱাব নোৱাৰিব। গতিকে মই ঠিৰাং কৰিলো যে মই এখন চিনেমাৰ নামো উচ্চাৰণ নকৰো। তেওঁ যিখন বিচাৰে, তাকেই চাম।

তেওঁ ভিতৰলৈ সোমাই যোৱাৰ পাছতহে, অৰ্থাৎ মোৰ চকুৰ সন্মুখৰ পৰা তেওঁ আঁতৰি যোৱাতহে মই তেওঁক লক্ষ্য কৰিলো। এজন পুৰুষ ডুবিব পৰাকৈ এতিয়াও তেওঁৰ বহল চকুযুৰি উজ্জ্বল আৰু গভীৰ হৈ আছে। এতিয়াও তেওঁৰ শৰীৰত প্ৰৌঢ়ত্বই পতাকা তুলিব খোজাৰ কোনো লক্ষণ নাই। এতিয়াও তেওঁৰ চুলিৰ ঘন অৰণ্যই নিশ্চয় আন্ধাৰক বান্ধি ৰাখিব পাৰে।

হঠাৎ মোৰ মনতে চাট্‌কৈ প্ৰশ্ন হ'ল— ময়েই সেই আন্ধাৰৰ প্ৰতিনিধি নেকি?— যি তেওঁৰ জালত পৰিছোঁ। এয়াতো এখন জালেই। 'হম সাথ সাথ হেঁই' এখনতো জালৰেই নাম। 'প্যাৰ তো হোনা হী থা' এখন জালৰেই নাম, 'কহো না প্যাৰ হেঁই', 'মুহব্বত হো গয়ী' জালৰ নাম নহয় কি? নিশ্চিতভাৱে মই এখন জালত পৰিছোঁ। এটা নীচ ষড়যন্ত্ৰৰ বলি হ'বলৈ লাহে লাহে আগবাঢ়িছোঁ। মোৰ সন্দেহ হ'ল, কিজানি এই ষড়যন্ত্ৰত ৰাহুলো জড়িত।

এনেতে খিৰিকীখনৰ পৰ্দাখন সামান্য ফাঁক কৰি এজন পুৰুষ মানুহৰ মুখে ভুমুকি মাৰিলে আৰু মোলৈ চাই ফুচফুচাই কোৱাৰ দৰে অনুচ্চ স্বৰত কৈ উঠিল— 'প্যাৰ তো হোনা হী থা, প্যাৰ তো হোনা থা চাওঁ বুলি ক'ব।'

বুকুখন মোৰ চিৰিংকৈ গ'ল— এটা যেন ভূত। মানুহজনে হাঁহিলে। মই থত্‌মত্‌ খালো। দুৱাৰখন এনেয়ে জপাই থোৱা আছিল, তেওঁ লাহেকৈ মেলি ভিতৰলৈ সোমাই আহি মোৰ ঠিক নাকৰ সন্মুখত থিয় হ'ল আৰু ক'লে— 'তেওঁ চাগে' কাপোৰ পিন্ধিবলৈ ভিতৰলৈ গৈছে নহয়? চাব, তেওঁ পিংক কালাৰৰ চেলোৱাৰ পিন্ধি আহিব।'

মানুহজনক মোৰ অপ্ৰকৃতিস্থ যেন লাগিল। মই তেওঁক উদ্দেশি

ক'লো— 'আপোনাক মই চিনি পোৱা নাই?'

'গোটেই জীৱন পাত কৰিও মানুহে মানুহক চিনিব নোৱাৰে। আপুনি মোক চিনিব কেনেকৈ? আৰু এই চিনা বা নিচিনাৰেই বা অৰ্থ ক'ত? প্ৰকৃততে মানুহে মানুহক চিনিব পাৰে জানো? আচল কথা— মানুহে মানুহক নিচিনাকৈয়ে ভাল পাবলৈ পাৰিব লাগে। কোনোবাই কাৰোবাক ভাল পোৱাৰ আগতেই চিনিবলৈ চেষ্টা কৰা মানেই সন্দেহ কৰা। আৰু সন্দেহবাদী মানুহে কেতিয়াও কাকো ভাল পাব নোৱাৰে। অৱশ্যে, সন্দেহবাদী মানুহেই আধুনিক মানুহ। কি অৰ্থত ক'লো জানেনে?— আধুনিকাৰ এটা প্ৰধান লক্ষণেই হৈছে সন্দেহ কৰা। যেনে ধৰক— আপুনি এদিন কোনোবা এগৰাকী নাৰীক ধুনীয়া দেখি আকৰ্ষিত হ'ল। এই আকৰ্ষণ কিন্তু বাহ্যিক অৰ্থাৎ শাৰীৰিক। কিন্তু এজন আধুনিক চিন্তাগ্ৰস্ত মানুহৰ সন্দেহ হ'ব— নাৰীগৰাকীৰ শৰীৰৰ যিখিনি অংশ কাপোৰেৰে আবৰা, অৰ্থাৎ যিখিনি অংশ তেওঁ দেখা নাই তাৰ কোনো অংশ ধুনীয়া নহ'বও পাৰে, বা বিকৃত হ'বও পাৰে বা তাত ধৱল ৰোগো থাকিব পাৰে।'

মানুহজন অকণমান ৰ'ল আৰু মোৰ চকুত চকু থৈ পুনৰ ক'বলৈ ধৰিলে, 'এই কাৰণেই মোৰ মিছেছ অৰূপা দত্তক ভাল লাগে যে তেওঁ অকণো সন্দেহবাদী নহয়। নহ'লে তেওঁ আপোনাক ভালদৰে নিচিনাকৈয়ে চিনেমা চাবলৈ লগ ধৰিব পাৰেনে?'

মানুহজনৰ কথাই মোক ক'ৰবাত বিদ্ধ কৰিলে। মই অলপ সেমেনা-সেমেনি কৰিলো। দুৱাৰখন মেল খাই আছিল। দুৱাৰত ওলমি থকা পৰ্দাখনৰ ফাঁকেৰে মই বাহিৰখন চাবলৈ চেষ্টা কৰিলো। দেখিলো, দুৱৰ মোৰ সন্মুখত দুই চকু বাঁহ। বাঁহৰ ওপৰেদি ধুনীয়া লতা এডাল বাগৰি বাগৰি বগাই গৈছে। লতাডালক মোৰ কিবা অকৰ্মণ্য আৰু এলেহুৱা যেন লাগিল। কিয়নো, গছ বগাবলৈ এৰি সেইডালে বাঁহতে বগাইছে। অৱশ্যে লতাডাল উচ্চাকাংক্ষী নহ'বও পাৰে। মোৰ দুচকুও বাঁহৰ ওপৰেদি সেই লতাডালৰ দৰে বাগৰি বাগৰি এই অনাহুত মানুহজনৰ পৰা পলাই যাব খুজিও পলাই যাব নোৱাৰিলে। কাৰণ, মানুহজনেও সশব্দে এটা হাঁচি মাৰিলে। হাঁচিৰ

শব্দত কমটো কঁপি উঠিল।

মই তেওঁলৈ চাই ক'লো— 'নহয়, মই আপোনাৰ কেৱল নামটোহে জানিব খুজিছিলো।'

'সীমান্ত বৰুৱা।' মানুহজনে ক'লে।

পৰ্দা ঠেলি ভিতৰৰ পৰা বাহলৰ মাক অৰূপা দত্ত সোমাই আহিল। কি আচৰিত, তেওঁ সঁচাকৈয়ে পিংক কালাৰৰ চেলোৱাৰ এযোৰ পিন্ধি আহিছে। চুলিখিনি মেলা। ওঁঠৰ লিপষ্টিকৰ ৰং পিংক, কপালৰ বিন্দিৰ ৰং পিংক। সেওঁতা আছিল ৰংহীন।

সীমান্ত বৰুৱালৈ লক্ষ্য কৰি অৰূপা দত্তই সুধিলে,

'অ' বৰুৱা, কেতিয়া আহিল?'

'এই, এইমাত্র।' তেওঁ ক'লে।

এইবাৰ মোলৈ লক্ষ্য কৰি অৰূপা দত্তই ক'লে, 'এওঁক আপুনি চিনি পোৱা নাই নহয়— সীমান্ত বৰুৱা। ঔপন্যাসিক। মোক লৈ তেওঁ এখন উপন্যাস লিখাৰ কথা কৈ থাকে। মই কৈছোঁ— লিখক, কিন্তু মই নিজে মুখ মেলাত নাই। আপুনি তেওঁৰ 'শূন্যতাক ঠাই এৰি দিয়া' উপন্যাসখন পঢ়িছেনে?'

'নাই। নাই পঢ়া।' মই মূৰ জোকাৰিলো।

'কি ভীষণ কল্পনা।' তেওঁ ক'লে।

মই ঘড়ীলৈ চালো। মোক ঘড়ী চোৱা দেখা পাই তেওঁ সীমান্ত বৰুৱালৈ চাই ক'লে— 'আমি এখন চিনেমা চাবলৈ যাব ওলাইছোঁ। বলক আপুনিও আমাৰ লগত— ভাল লাগিব।'

সীমান্ত বৰুৱাই ক'লে— 'মই জানো আপোনালোক চিনেমা চাবলৈ ওলোৱা বুলি। আপোনালোকৰ কথা-বতৰা মই মনে মনে বাহিৰৰ পৰা খিৰিকীৰ ফাঁকেৰে শুনি আছিলো।'

'হয় নেকি? আপুনিও মানুহ। অৰূপা দত্তই ক'লে। তাৰ পাছত মোলৈ চালে— 'এওঁ জানে মনে মনে মানুহৰ ঘৰত সোমায়, মানুহবোৰক লক্ষ্য কৰে, কথা-বতৰাবোৰ মনে মনে শুনি থাকে উপন্যাসৰ উৎস বিচাৰি।

বিৰাট ৰিস্কী কাৰবাৰ কৰে।'

মই কিন্তু কথাটো একেবাৰে ভাল নাপালো। গোটেই কথাবোৰ মোৰ কিবা আচহুৱা আচহুৱা লাগিল। মই সীমান্ত বৰুৱা নামৰ মানুহজনতো (ঔপন্যাসিক হ'লে কি হ'ল?) কেৱল আচহুৱাই নহয়, অলপ এব্‌নৰ্মেলো। আৰু অৰূপা দত্ত? এবোঁতো নৰ্মেল নহয়।

মই অৰূপা দত্ত আৰু সীমান্ত বৰুৱা দুয়োজনলৈ চাই ক'লো— 'কিন্তু মনে মনে লুকাই-চুৰকৈ অইনৰ কথা-বতৰা শুনা ভাল কথাতো নহয়। উপন্যাস লিখিবৰ কাৰণে মানুহৰ ঘৰে-বাহিৰে এনেকৈ ঘূৰি ফুৰা কথাটোৱে লেখকৰ দুৰ্বলতাকহে সূচায়। লেখক এজনে উপন্যাসখনৰ কাহিনী বিচাৰি এনেকৈ ঘূৰি ফুৰিব লাগে কিয়— তেওঁ তেওঁৰ কল্পনাৰ চকুৰে কাহিনী সৃষ্টি কৰিব পাৰিব লাগে।'

'মানুহজন ভীষণ কল্পনাশীল। কিন্তু কল্পনাই পাখি মেলিব ক'ৰ পৰা। কল্পনাওতো বাস্তৱ ঘটনা এটাৰ পৰাই উৰিব লাগিব।' মোৰ কথাখিনিৰ উত্তৰ হিচাপে অৰূপা দত্তই ক'লে। আৰু সীমান্ত বৰুৱালৈ চাই পুনৰ সুধিলে ঃ 'কি হ'ল বৰুৱা— যাবনে আমাৰ লগত?'

ভিতৰে ভিতৰে মই জ্বলি উঠিলো। এই এব্‌নৰ্মেল মানুহজনৰ লগতো ফুৰিব পাৰিনে? অৰূপা দত্তৰ ওপৰতো মোৰ খং উঠিল— যাকে-তাকে এনেকৈ লগ ধৰেনে! মই মনে মনে ঠিক কৰি পেলালো— অগত্যা সীমান্ত বৰুৱা যদি আমাৰ লগত যাবলৈ ওলায়, মই নাযাওঁ। কাবাব মে হদ্দী ক'ৰবাৰ!

সীমান্ত বৰুৱাই অলপ উচ্চস্বৰত হাঁহি উঠিল আৰু ক'লে— 'কবাব মে হদ্দী কিয় হ'ম? মই নাচাওঁ, আপোনালোকেই চাওকগে। মই আপোনালোকক লৈ কল্পনা কৰি থাকিব পাৰিম। মোক তাৰ পৰা বঞ্চিত কৰে কিয়?'

'বলক তেনেহ'লে, ওলাওঁ।' অৰূপা দত্তই ক'লে। আৰু খিৰিকী জপালে। দুৱাৰৰ পৰ্দাখন টানি দুৱাৰখন জপালে। হাতত থকা পাৰ্ছটোৰ পৰা চাবি একোছা উলিয়াই দুৱাৰখন লক কৰিলে।

তিনিওজনে অগা-পিছাকৈ চিঞৰি পৰা নামিবলৈ ধৰিলো।

## দুই

সীমান্ত বৰুৱা বেগাবেগিকৈ বিপৰীত দিশত গুচি গ'ল। অৰূপা দত্ত আৰু মোৰ পদশব্দৰ পৰাও বাইলেনটো মুক্ত হ'ল— আমি মুখ্য পথত উঠিলোহি। এখন অট'ৰিক্সাৰ কাৰণে ৰ'লো।

তেতিয়ালৈকে আমি যিখন চিনেমা চাম, সেইখনৰ নামটো পৰ্যন্ত ঠিক কৰা হোৱা নাছিল। অৰূপা দত্তৰ হাতৰ ইংগিতত অট'ৰিক্সা এখন আহি আমাৰ সন্মুখত ৰ'ল। চালকজন চল্লিশ-পঞ্চল্লিশ বছৰীয়া। আমি ঘপকৈ অট'ৰিক্সাখনত উঠি পৰিলো। চালকজনে সুধিলে— 'ক'লৈ যাব?'

মই ক'লো— 'চিনেমা চাবলৈ।'

চালকজনে অলপ আচৰিত হৈ সুধিলে— 'চিনেমা চাবলৈতো যাবই। কিন্তু কোনটো হললৈ?'

অৰূপা দত্তই কোনো কথা কোৱা নাই। তেওঁ বাহিৰলৈ চাই আছে একান্তমনে। তেওঁ যেন নামাতে। গতিকে ময়েই উত্তৰটো দিবলগা হ'ল—

'আপোনাৰ ইচ্ছামতেই লৈ ব'লক। কিবা এখন চিনেমা চালেই হ'ল। আমি কি চাম ডিচিছনেই ল'ব পৰা নাই।'

চালকজন যে এজন দাৰ্শনিক আছিল জনা নাছিলো। তেওঁ ক'বলৈ ধৰিলে— 'হয়, হৈ যায় কেতিয়াবা এনেকুৱা। মানুহে বহুত ডাঙৰ ডাঙৰ ডিচিছন ল'ব পাৰে কিন্তু কেতিয়াবা সৰু ডিচিছন একোটাও ল'ব নোৱৰা হয়। ইয়াৰ কাৰণ কি জানে— আস্থাৰ অভাৱ। অৰ্থাৎ আপোনালোকে যে চিনেমা চাবলৈ আহিছে— আচলতে আপোনালোকে চিনেমা চাবলৈ অহা নাই। আপোনালোকৰ কাৰো চিনেমা চোৱাৰ ইচ্ছা নাই বা উদ্দেশ্য নহয়— অথচ চাবলগীয়াত পৰিছে। আৰু কি চাব, তাক নিৰ্ধাৰণ কৰিবলগীয়া হৈছে তৃতীয় এজন ব্যক্তিয়ে অৰ্থাৎ মই, যাক আপোনালোকে চিনিয়েই নাপায়! ঠিক আছে, তেনেহ'লে আপোনালোকে চাব 'প্যাৰ তো হোনা হী থা'। মই তিনিবাৰ চালো।'

দাৰ্শনিকৰ কথা শুনি অৰূপা দত্তৰ চকু দাৰ্শনিকজনৰ পিঠিত নিবদ্ধ হৈ পৰিছিল। মই লক্ষ্য কৰিলো— হয়, অৰূপা দত্তৰ চিনেমা চোৱাৰ পূৰ্বৰ ইচ্ছা ক'ৰবাত লীন হৈ গৈছে। মোৰোতো এনেকৈ তেওঁৰ লগত চিনেমা চোৱাৰ কোনো প্ৰস্তুতি নাছিল বা ইচ্ছাও নাছিল। দাৰ্শনিকে কোৱাৰ দৰে একপ্ৰকাৰ জব্দ হৈয়ে মই চিনেমা চাবলৈ আহিছোঁ। কিন্তু অৰূপা দত্তৰ চিনেমা চোৱাৰ উৎসাহ হঠাৎ নোহোৱা হৈ গ'ল কিয়?

আনহাতে দাৰ্শনিকজনৰ চকু-মুখত এছাটি পোহৰ বিৰিঙি উঠা যেন লাগিল। আমাক চিনেমা দেখুওৱাৰ এতিয়া যেন তেওঁৰহে দায়িত্ব। তেওঁ উৎসাহিত হৈ পৰা যেন লাগিল। মই ভাবিছিলো, সাধাৰণ দৰ্শকৰ দৰে তিনিবাৰকৈ চোৱা চিনেমাখনৰ তেওঁ নিশ্চয় এতিয়া কাহিনীটো আমাক শুনাবলৈ আৰম্ভ কৰিব। আৰু চিনেমাখনৰ গুণানুকীৰ্তনত পঞ্চমুখ হৈ পৰিব।

কিন্তু দাৰ্শনিকে মোলৈ চাই প্ৰশ্ন কৰিলে— 'সময় কিমান হ'ল?'

'দহটা পঁয়ত্ৰিশ।' মই ক'লো ঘড়ীটোলৈ চাই।

'ঠিক সময়তে পাই যাব।'

'খুব ভিৰ আছে নেকি? টিকট পামনে?'

'পাব পাব। প্ৰথম তিনি দিনমান ভিৰ হৈছে। এতিয়া পাতলিছে। টিকট পাই যাব।'

অলপ আশ্বস্ত হ'লো। টিকট সংগ্ৰহ কৰাৰ দায়িত্ব নিশ্চিতভাৱে মোৰ ওপৰতে পৰিব। ব্লেকত টিকট কাটি চাবলৈ মই কিবা লজ্জাবোধ কৰোঁ। কিন্তু আজি মোৰ ওচৰত লজ্জাৰ কোনো স্থান নাই। আজি মোৰ পৰীক্ষা। হঠাৎ মোৰ স্মৃতিৰ এখন খিৰিকী বতাহত অকণমান খোল খাই গ'ল। কলেজীয়া দিনতে মুখস্থ হৈ পৰা কবিতা এটা মনত পৰিল ঃ

মোক ধৰিবলৈ তেওঁ জাল পাতে
প্ৰায়ে তেওঁৰ জালত পৰোঁ
যিহেতু মোৰো বুকুতে থাকে এখন ছুৰী

ফালি গুচি আহিব পাৰোঁ জাল
তেওঁ পুনৰ জাল গোঁঠে
এখনৰ পিছত এখনকৈ
য'তে-ত'তে পাতি থয়

ময়ো জালত পৰোঁ
আৰু ফালি ওলাই আহোঁ
এখনৰ পিছত এখনকৈ

তেওঁ কাঙাল হৈ যায়
তথাপি তেওঁ জাল গোঁঠে

পাতে
চাই থাকে
তেওঁ যে চিকাৰী

এখন প্ৰকাণ্ড বেনাৰৰ তলত দাৰ্শনিকজনে অট'ৰিক্সাখন ৰখালে। আমি নামি পৰিলো। ৰ'দ পৰি বেনাৰখনৰ আখৰকেইটা জিলিকিছিল। মই সেই জিলিকনি পঢ়ি চালো— 'প্যাৰ তো হোনা হী থা।'

দাৰ্শনিকজনে ক'লে, 'আহোঁ দিয়ক।'

মই ক'লো, 'ধন্যবাদ।'

ৰ'দ পৰি নহয়, ভিতৰৰ ক'ৰবাৰ পৰা এটা জিলিকনি আহি যেন দাৰ্শনিকজনৰ মুখখন অকণমান জিলিকাই তুলিছিল। হয়তো তেওঁ তিনিবাৰ চাই লাভ কৰা আনন্দৰ অনুভৱ আৰু দুজন অবোধ প্ৰাণীয়ে লাভ কৰিবলৈ ওলোৱা দেখি। সেই জিলিকনিক মই বিদায় দিলো। অৰূপা দত্ত কাউণ্টাৰৰ সন্মুখত। ভিৰ নাই। টিকট নোপোৱাৰ প্ৰশ্নই নুঠে।

সেই অভদ্ৰ ঔপন্যাসিকজনেও মোক অৰূপা দত্তৰ খিৰিকীৰে এক ইংগিতপূৰ্ণ হাঁহি মৰি কৈছিল— প্যাৰ তো হোনা হী থা চাবলৈ। তেওঁৰ কথাত যেন কুটিলতা আছিল। কিয় কৈছিল তেওঁ, কিয় কৈছিল? মই

সঁচাকৈয়ে কৌতূহলী হৈ পৰিলো। চিনেমাখন চোৱাৰ সঁচাকৈ মোৰ এটা তীব্ৰ ইচ্ছা হ'ল। কি আছে 'প্যাৰ তো হোনা হী থা'ত?

## তিনি

চিনেমা হলৰ আন্ধাৰ মোৰ অচিনাকি নাছিল। তেনে বহু আন্ধাৰৰ স্মৃতিয়ে মোৰ মূৰত জুমুৰি দি ধৰিলে। সেই মূৰ্খ ঔপন্যাসিকজনে যদি ভাবিছিল এই আন্ধাৰত প্ৰেমৰ জন্ম হ'ব পাৰে বুলি— ভুল কৰিছিল। তেওঁ চাগে' ভাবিছিল, এই আন্ধাৰৰ পৰাই তেওঁৰ উপন্যাসৰ বাবে এটা কাহিনীৰ জন্ম হ'ব— যি কাহিনীৰ আঁত ধৰিব ৰূপালী পৰ্দাৰ দৃশ্যবোৰে।

কোনো দৃশ্য মই নেদেখিলো। কোনো গান মই নুশুনিলো। অথচ ৰূপালী পৰ্দাত চিএঞৰি চিএঞৰি কোনোবাই গাইছিল— প্যাৰ তো হোনা হী থা, প্যাৰ তো হোনা হী থা

মই ৰাহুলক পাহৰা নাছিলো, যাৰ অনুপস্থিতিত এই অৰূপা দত্ত মোৰ কাষৰ ছিটটোত বহি আছে। কিন্তু ইমান সময়ে ৰাহুলৰ কথা ভাবিবলৈ সুৰুঙাই নাছিল। তাৰ নিষ্পাপ সৰল মুখখন মোৰ চকুৰ সন্মুখত জিলিকি উঠিল।

স্কুললৈ গৈ থাকোঁতে এদিন মোৰ ঘৰৰ সন্মুখতে আৰু মানুহ এজনে চাইকেলেৰে খুন্দিয়াইছিল। তেজেৰে ৰাঙলী হৈ পৰিছিল তাৰ মুখখন। মূৰ ফাটি তেজ বৈছিল। মই তাক প্ৰথমতে মোৰ ৰুমলৈ লৈ গৈ প্ৰাথমিক চিকিৎসাখিনি কৰিব খুজিছিলো, কিন্তু যেতিয়া দেখিছিলো তাৰ মূৰ ফাটিছে, তেতিয়া তাক হাস্পতাললৈ লৈ গৈ তাৰ পিছত তাৰ স্কুলত চমজাই থৈ আহিছিলো। সেইদিনাখন মই ৰাহুলৰ কাৰণে যিখিনি কৰিছিলো— সেয়া মোৰ কৰ্তব্যবোধেই আছিল। আৰু সেইখিনি কৰোঁতে ৰিক্সাৰ বাবদ মোৰ অতিৰিক্ত দহ টকামানহে খৰচ হৈছিল।

তাৰ পাছত এদিনাখন হঠাৎ সি অকলে স্কুলৰ পৰা আহি মোৰ ৰুমত উঠিছিলহি। তাৰ বয়স ন বছৰৰ বেছি নহ'ব। মই তাক ঘৰৰ কথা সুধিছিলো। সি কৈছিল তাৰ মাক আৰু এজনী পাঁচ বছৰীয়া ভনীয়েক থকাৰ কথা।

তাক যেতিয়াই মই দেউতাকে কি কৰে বুলি সুধিছিলো— সি প্ৰথমতে নিমাতে ৰৈছিল। তাৰ পাছত কৈছিল— 'প্লিজ আংকল, মোৰ দেউতাৰ কথা একো নুসুধিব আৰু কোনোদিনে নুসুধিব।'

কথাখিনি কওঁতে সেই কণমানি ল'ৰাটোৰ মুখখনত ফুটি উঠিছিল এক অস্বাভাৱিক গাম্ভীৰ্য। আৰু কেৱল তাৰ এই কথাষাৰেই মোক তাৰ প্ৰতি আকৰ্ষিত কৰি তুলিছিল, কৌতূহলী কৰি তুলিছিল। ভাবি আচৰিত হৈছিলো এই কণমানি ল'ৰাটোৰো— সি ক'ব নোৱৰা কি এক গোপন জীৱন থাকিব পাৰে।

মই অৰূপা দত্তৰ গাৰ পিনে সামান্য হাউলি ক'লো— 'ৰাহুল আৰু পখী থকাহেঁতেন ভাল লাগিলহেঁতেন।'

'কিয়, মোৰ লগত ভাল লগা নাই নেকি?' তেওঁ সুধিলে।

'নহয, মই সেইটো ক'ব খোজা নাছিলো। মই ক'ব খুজিছিলো যে সিহঁতেও আমাৰ লগত একেলগে চিনেমা চাবলৈ ভাল পালেহেঁতেন।'

'উ উ উ।' অৰূপা দত্তই কেইটামান 'উ' উচ্চাৰণ কৰিলে।

পৰীক্ষা দিবলৈ মই সাজু নাছিলো। সেয়ে আমি দুয়ো বহি থকা ছিট দুটাৰ মাজৰ একমাত্ৰ হেণ্ডেলডালত মোৰ হাত এখন আগৰে পৰাই পৰি আছিল। কাৰণ কিবা হ'বলগা হ'লে এই হেণ্ডেলৰ পৰাই আৰম্ভ হ'ব।

হঠাৎ মোৰ হাতখনৰ ওপৰত তেওঁৰ হাতখন আহি ৰ'ল। মই উত্তেজনাত উশাহ চেপি ধৰিলো। হাতখন মই আঁতৰাই নানিলো, যেনেকৈ আছিল তেনেকৈয়ে পৰি থাকিল। তেওঁ লাহেকৈ তেওঁৰ কোমল আঙুলিকেইটাৰে মোৰ হাতখন হেণ্ডেলৰ পৰা দাঙি মোৰ হাতৰ তলত তেওঁৰ হাতখন সুমুৱাই দিলে। এতিয়া তেওঁৰ হাতখন হেণ্ডেলডালত। আৰু তেওঁৰ হাতখনৰ ওপৰত মোৰ হাতখন। অৰ্থাৎ কিবা কৰিবলগীয়া হ'লে মোৰ হাতখনেই আগভাগ ল'ব লাগিব।

মোৰ আঙুলিকেইটাই তেওঁৰ হাতৰ আঙুলিকেইটাৰ ওপৰেৰে দুবাৰমান লাহে লাহে অহা-যোৱা কৰিলে। কিন্তু মই দেখিলো— সেইখন এখন মৰা হাত, ৰবৰ হৈ যোৱা আঙুলি।

এটা হুমুনিয়াহৰ শব্দ শুনিলো অৰূপা দত্তৰ ছিটটোত। তাৰ পাছত তেওঁ প্ৰায় ফুচফুচাই ক'লে— 'মই আচলতে চিনেমা চাবলৈ অহা নাছিলো। মই কেৱল এই মৰা হাতখনৰ বাবে আহিছিলো। আপোনাৰ হাতখনৰ তলত পৰি থকা এই মৰা হাতখনৰ বাবে, বৰফ হৈ যোৱা আঙুলিকেইটাৰ বাবে? আপুনি এজন জীয়া মানুহ। সকলো পুৰুষেই জীয়া আৰু সকলো নাৰী মৰা।'

মই প্ৰশ্ন কৰিলো— 'একো নুবুজিলো। খুলি কওকচোন।'

'ৰাহলে একো কোৱা নাই?'

'কি কথা?'

'মোৰ কথা। আমাৰ ঘৰৰ কথা?'

'নাই কোৱা।'

'সঁচাই একো কোৱা নাই?'

'সঁচাই একোকে কোৱা নাই। মই একো নাজানো।'

'পাছত ক'ম দিয়ক।'

'কিন্তু আপুনি যে মোক জীয়া বুলি ক'লে? সকলো পুৰুষেই জীয়া বুলি ক'লে? কি অৰ্থত?'

'আপোনাৰ আঙুলিকেইটাৰ বাবে। আপোনাৰ আঙুলিও সকলো পুৰুষৰ আঙুলিৰ সৈতে একে।'

'তাৰ মানে?'

'তাৰ মানে অস্থিৰ। তাৰ মানে জীৱন্ত। সঁচা কথা ক'বলৈ গ'লে আপোনাৰ এই আঙুলিকেইটাৰ বাবে মই চিনেমা চাবলৈ আপোনাক লগ ধৰিছিলো। এখন মৃত হাত এখন জীৱন্ত হাতৰ মাজত মাৰ যাবলৈ এৰি দিব খুজিছিলো। যি কি নহওক, আপোনাক ধন্যবাদ। মাজে মাজে এই মৰা হাতখনক আপোনাৰ হাতখনৰ সংগ দিবনে?'

মই একো নক'লো। এই প্ৰশ্নৰ কিবা উত্তৰ দিব লাগিব বুলি নাভাবিলো।

অৰূপা দত্তৰ কথাবোৰ প্ৰায় কাব্যিক হৈ পৰিছিল। কথাবোৰ যেন তেওঁৰ গভীৰ অংশৰ পৰা ওলাই আহিছে, অলপ যেন বাষ্পাকুল। সেয়ে

মই তেওঁৰ কথাবোৰৰ ওপৰত আৰু একো প্ৰশ্ন নকৰিলো। মই এক ৰহস্যৰ মাজত লাহে লাহে প্ৰৱেশ কৰিবলৈ ধৰিলো।

অৰূপা দত্তই পুনৰ ক'বলৈ ধৰিলে— 'আৰু এটা কথাত মই আপোনাৰ ওচৰত কৃতজ্ঞ— ৰাহুলৰ কাৰণে। ৰাহুলে দিনটোত এবাৰ হ'লেও আপোনাৰ কথা উলিয়ায়। ৰাহুল কিজানি মোতকৈও বেছি নিঃসংগ। মই জানো, মোক আপুনি কিবা কাৰণত বেয়া পালে— আপোনাৰ পৰা ৰাহুলো আঁতৰি যাব। মই সেইটো নিবিচাৰো। অথচ মই নাজানো আপোনাৰ নিচিনা মানুহক কিহেৰে ধৰি ৰাখিব পাৰি।'

মই একো নামাতিলো। মাথোঁ মোৰ আঙুলি পাঁচটা, যিকেইটাক তেওঁ জীয়া বুলি ভাবিছিল— সেইকেইটাক তেওঁৰ মৰি থকা পাঁচো আঙুলিৰ চেঁচা ফাঁককেইটাত সুমুৱাই দিলো।

## চাবি

এক বাজি গৈছিল চিনেমা শেষ হওঁতে। হলৰ পৰা ওলাই অৰূপা দত্তই প্ৰস্তাৱ দিলে চাহ খোৱাতকৈ একেবাৰে লাঞ্চ কৰাই ভাল। মই মূৰ জোকাৰি সমৰ্থন কৰি ক'লো— 'অঁ'।

সেইমতে আমি এখন মজলীয়াধৰণৰ হোটেলত সোমালো, যিখনৰ অসমীয়া খাদ্য পৰিৱেশন কৰাৰ অভ্যাস আছে। সমুখা-সমুখিকৈ এখন টেবুল মাজত লৈ আমি বহিলো। হোটেলৰ প্ৰায়বোৰ মেজ অধিকাৰ কৰি বহি আছিল নিৰ্জনতা।

আমাৰ একাষে পৰি আছিল কিছু ব্যস্ত ৰাস্তাটো, যিটো আমি কাঁচৰ খিৰিকীৰ মাজেৰে দেখিছিলো। আমি য'ত বহিছোঁ, তাৰ পৰা ৰাস্তাটো সুন্দৰকৈ দেখা গৈছিল। চলি থকা গাড়ীবোৰ, অহা-যোৱা কৰা মানুহবোৰ। ক'লৈ অহা, ক'লৈ যোৱা এই মানুহবোৰ— ঘৰলৈ গৈ আছে নে মানুহবোৰ ঘৰৰ পৰা ওলাই আহিছে, একো ধৰিব নোৱাৰি। হোটেলখনৰ গাতে লাগি আছে ফুটপাথটো। ফুটপাথেৰে যোৱা মানুহবোৰ ইয়াত বহি আৰু ভালকৈ দেখি, যেন কৈ দিব পাৰি তেওঁলোক ঘৰলৈ গৈছে নে ঘৰৰ পৰা আহিছে।

হঠাৎ দেখিলো ৰাতিপুৱা লগ পোৱা সীমান্ত বৰুৱা নামৰ ঔপন্যাসিকজন ফুটপাথেৰে পাৰ হৈ গ'ল। অৰূপা দত্তৰ চকুত নপৰিল হ'বলা।

'আপুনি দেখিলেনে— সীমান্ত বৰুৱা পাৰ হৈ গ'ল।'

'হয় নেকি? কোন ফালে? মই নেদেখিলো।'

'পূবলৈ। গ'লেই। .. মানুহজন কিন্তু বৰ আচহুৱা।'

'আচ্ছা, আপুনি যে কৈছিল তেওঁৰ উপন্যাসখনৰ কথা— 'শূন্যতাক ঠাই এৰি দিয়া' নামটো বৰ সুন্দৰ। কাহিনীটো কি? থূলমূলকৈ কওকচোন।'

'কাহিনীটো? কাহিনীটো কিন্তু সঁচা। কাহিনীটো সীমান্ত বৰুৱাৰ নিজৰে জীৱনৰ এটা কাহিনী। কিন্তু তেওঁৰ লেখাৰ টেকনিকটো ইমান বেলেগ যে সঁচা কাহিনীটো তেওঁ কবিতাৰ নিচিনা অজস্ৰ চিত্ৰকল্প আৰু বৰ্ণনাৰে মিছা কৰি পেলাইছে— কাল্পনিক যেন কৰি পেলাইছে। সঁচা কাহিনীটো কি জানে— সীমান্ত বৰুৱাৰ দেউতাকৰ এগৰাকী প্ৰেয়সী আছিল। মাকে জানিছিল। ওচৰ চুবুৰীয়ায়ো জানিছিল। পাছত সীমান্ত বৰুৱায়ো জানিলে। হাইস্কুল শিক্ষা পৰীক্ষা পাছ কৰি তেওঁ কলেজলৈ পঢ়িবলৈ যোৱা চহৰখনতে আছিল দেউতাকৰ সেই প্ৰেয়সীগৰাকীৰ ঘৰ। সীমান্ত বৰুৱাক কলেজত এডমিছন দিবলৈ দেউতাকো আহিছিল। এডমিছন হৈ যোৱাৰ পাছত 'ইয়াতে তোৰ মাহীয়েৰ এজনী আছে, ব'ল চিনাকি কৰাই দিম' বুলি তেওঁক লৈ গৈছিল নিজৰ অবৈধ প্ৰেয়সীগৰাকীৰ ঘৰলৈ। সীমান্ত বৰুৱাই কিন্তু এই 'অবৈধ' শব্দটো কৈয়েই শব্দটো পুনৰ নাকচ কৰিছিল। কিয়নো, প্ৰেম নামৰ কোনো অনুভূতিকে তেওঁ অবৈধ বুলি নাভাবে। তেওঁ বিশ্বাস কৰে, প্ৰেম এক পবিত্ৰ উপলব্ধি। প্ৰেম অবৈধ হোৱাৰ প্ৰশ্ন নুঠে।'

অৰূপা দত্তই এঢোক পানী খালে আৰু ক'বলৈ ধৰিলে :

'কিন্তু আচৰিত কথা, ছদ্মবেশী মাহীয়েকৰ ৰূপ, ব্যক্তিত্ব আৰু মৰমত সীমান্ত বৰুৱা উৎফুল্লিত হৈ পৰিল। আৰু ইমানদিনে সেই নেদেখা মানুহজনীৰ প্ৰতি পুহি ৰখা সকলো বিদ্বেষ নিমিষতে শেষ হৈ গ'ল। সেইদিনাৰ পৰা সীমান্ত বৰুৱাৰ জীৱনৰ গতিয়েই সলনি হৈ গ'ল। তেওঁ সঘনাই মাহীয়েকৰ কাষলৈ আহি থাকিবলৈ ধৰিলে। কিবা এক আকৰ্ষণে

তেওঁক প্ৰায় প্ৰতিদিনে মাহীয়েকৰ কাষলৈ টানি অনা হ'ল। পাছত তেওঁ গম পালে যে সেয়াই প্ৰেম, তেওঁ মাহীয়েকৰ প্ৰেমত পৰিছে। মাহীয়েকক বাদ দি তেওঁ থাকিব নোৱাৰে। যি সময়ত তেওঁ থাকিব লাগিছিল ধুনীয়া ধুনীয়া কলেজীয়া ছোৱালীবোৰৰ মাজত, স্ফূৰ্তি-তামাচাৰে পৰিবেষ্টিত হৈ, সেই সময়ত তেওঁৰ সমস্ত মন-প্ৰাণ আবৰি থাকিল এগৰাকী প্ৰায় বিগতা যৌৱনা নাৰীয়ে, তাতে আকৌ দেউতাকৰ প্ৰেয়সী। আৰু আপুনিতো জানেই, যৌৱনৰ আগভাগত পৰা প্ৰেমৰ আবেগ, আকৰ্ষণ আৰু বলিয়ালিবোৰ কেনেকুৱা হ'ব পাৰে।'

মই হাঁহিলো— অৰ্থাৎ, জানো।

'আচলতে সীমান্ত বৰুৱাৰ সেয়া আছিল যৌৱনৰ বলিয়ালি মাথোঁ। তেওঁ প্ৰায় প্ৰতিদিনে দীঘল দীঘল চিঠি মাহীয়েকলৈ লিখিবলৈ ধৰিলে। মাহীয়েকে চিঠিবোৰ পঢ়ে, কোনোদিনে একো নকয়। মাথোঁ তেওঁক আহি থাকিবলৈ কয়, খুৱায়, মৰম কৰে। লাহে লাহে গঢ়ি উঠা এই প্ৰণয়ৰ কথা সীমান্ত বৰুৱাৰ দেউতাকে কিন্তু কোনোদিনে গম পোৱা নাছিল। ভাবকচোন— কি এক ভয়ানক ঘটনাৰ পিনে তেওঁলোক আগবাঢ়ি গৈছিল। ...'

'আপোনালোকৰ লাজ বেছী হৈছে, আনিম নেকি?' ওৱেটাৰজনে আমাৰ কাষলৈ আহি বৰ বিনম্ৰভাৱে সুধিলে।

'আমিতো অৰ্ডাৰেই দিয়া নাই— বেছী হ'ল কেনেকৈ!' মই অবোধৰ দৰে অলপ আচৰিত হৈ ওলোটাই প্ৰশ্ন কৰিলো।

'নহয়, বাইদেউ মাজে মাজে আহি থাকেতো। সেয়ে বাইদেৱে ভাল পোৱা মেনু কলাইছোঁ। বাইদেউক দেখিলে আমি অৰ্ডাৰ নলওঁৱেই।'

'এহ হয় নেকি?' মই ক'লো, আৰু অৰূপা দত্তলৈ চালো। তেওঁ মিচিকিয়াইছে, যাৰ অৰ্থ— হয়।

অৰূপা দত্তলৈ চাই মই ক'লো— 'কাহিনীটো শুনি লওঁ দিয়ক, ইণ্টাৰেষ্টিং কাহিনী। পাঁচ মিনিটমান পাছত খাওঁ— সে কি কয়?'

'হ'ব হ'ব, ন' প্ৰব্লেম' বুলি কৈ ওৱেটাৰজন আমাৰ কাষৰ পৰা আঁতৰি

গ'ল।

মই অৰূপা দত্তৰ মুখৰ পিনে চাই আছোঁ সীমান্ত বৰুৱাৰ কাহিনী শুনিবলৈ?

'সেই ৰহস্যময়ী মাহীয়েকগৰাকীয়ে এদিন এটা কাণ্ড কৰিলে, আচলতে সেয়া আছিল সীমান্ত বৰুৱাক তেওঁৰ পৰা আঁতৰ কৰাৰ এক ঘৃণনীয় ষড়যন্ত্ৰ। কিয়নো, সীমান্ত বৰুৱাৰ তেওঁৰ প্ৰতি দিনে দিনে বাঢ়ি অহা প্ৰেমৰ বলিয়ালিবোৰ দেখি তেওঁ ভয় খাবলৈ লৈছিল। সেয়ে এদিন কৰিলে কি— তেওঁ সীমান্ত বৰুৱাক তেওঁৰ ঘৰত ৰাতি থকাকৈ মাতিলে। সেইমতে সীমান্ত বৰুৱা সিদিনা গধূলিতে গৈ মাহীয়েকৰ ঘৰ ওলালগৈ। বেচেৰাৰ প্ৰেমৰ জ্বালাত জ্বলি-পুৰি ভষ্ম হওঁ হওঁ অৱস্থা।

গধূলি গৈ ৰাতি হ'ল। এনেতে হঠাৎ কলিং বেলটো বাজি উঠিল। মাহীয়েকে সীমান্ত বৰুৱাক তৎক্ষণাৎ আলমাৰী এটাৰ পিছফালে মাতি নি লুকাই থাকিবলৈ ক'লে আৰু দুৱাৰ খুলি দিলে। দুৱাৰমুখত থিয় হৈ আছে সীমান্ত বৰুৱাৰ দেউতাক।

সীমান্তৰ মাহীয়েকে তেওঁক আথে-বেথে ভিতৰলৈ নি বহুৱালে। সীমান্তৰ দেউতাকক ভাগৰুৱা আৰু চিন্তাক্লিষ্ট দেখা গৈছিল। তেওঁ সুধিলে— 'কিয় হঠাৎ এনেকৈ মাতিছিলা?'

'ক'ম ৰ'ব, ৰাতিটো আছে নহয়।'

আলমাৰীৰ পিছফালে নিৰাপদ ঠাইটুকুৰাৰ পৰা সীমান্ত বৰুৱাই সকলো লক্ষ্য কৰি থাকিল। বিস্ময়, ভয় আৰু হতাশাত তেওঁৰ মূৰতো আচন্দ্ৰাই কৰিবলৈ ধৰিলে। তথাপি উশাহ চেপি তেওঁ তাতেই— সেই আন্ধাৰতে বৈ বৈ চাই থাকিল— আন্ধাৰ কিমান বীভৎস হ'ব পাৰে।

মাহীয়েকে এটা বটলৰ পৰা হুইস্কী বাকি গিলাচ এটাত ল'লে আৰু পানীৰে পূৰ্ণ কৰি দেউতাকৰ হাতত তুলি দিলে। দেউতাকৰ নামটো কি আছিল জানো, পাহৰিলো। মাহীয়েকৰ নামটোও কৈছিল, মনত পৰা নাই। যা হওক, দেউতাকে গিলাচটোৰ পৰা এঢোক মুখত লৈ মাহীয়েকক কাষলৈ মাতিলে আৰু তেওঁৰ হাতখন মাহীয়েকৰ শৰীৰৰ খলা-বমাবোৰৰ

মাজত বিচৰণ কৰিবলৈ ধৰিলে। দেউতাকে ক'লে, 'লাইটটো অফ কৰি দিয়া'। মাহীয়েকে ক'লে— 'নাই, নালাগে। . '

আলমাৰীৰ পিছৰ পৰা ৰুদ্ধশ্বাসে সীমান্ত বৰুৱাই চাই থাকিল দেউতাক আৰু মাহীয়েক বিছনাখনত শোৱাৰ দৃশ্য আৰু কিছুমান ফুচফুচনিৰ অবুজ শব্দ। তেওঁ অবাধ্য হৈ উঠিল। ধৈৰ্য্যচ্যুতি নেহেৰুওৱাকৈ মনে মনে পিছফালৰ দুৱাৰ খুলি ওলাই গ'ল। সেই ঘটনাই তেওঁৰ মন আৰু শৰীৰত কেনে প্ৰতিক্ৰিয়া কৰিব পাৰে ভাবকচোন।

আচলতে সীমান্ত বৰুৱাক মাহীয়েকজনীয়ে তেওঁৰ জীৱনৰ পৰা আঁতৰাবৰ বাবেই এনে এটা জঘন্য ঘটনা সংঘটিত কৰাইছিল। ভাবিছিল— এই ঘটনাৰ পাছত সীমান্ত বৰুৱাই ঘৃণা আৰু বিদ্বেষত আৰু কোনোদিনে তেওঁৰ কাষ নাচাপিব। কিন্তু তেওঁৰ ভুল হৈছিল, এই ঘটনাই সীমান্ত বৰুৱাক আগতকৈ বেছিকৈহে জ্বলাই তুলিছিল। সেয়ে সীমান্ত বৰুৱাই স্পষ্টভাৱে মাহীয়েকক ক'ব পৰা হ'ল— তেওঁকো তেওঁৰ লগত শুবলৈ দিব লাগে।

সঁচা কাহিনীটো ইমানেই। কিন্তু সীমান্ত বৰুৱাই কাহিনীটো লিখোঁতে বিভিন্ন মনস্তাত্বিক বৰ্ণনাৰে ভৰাই দিছে। চৰিত্ৰবিলাকৰ নামবিলাকো সলনি কৰিছে, আৰু পাতনিতে কৈছে এযাৰ মস্ত মিছা কথা— যে এইখন আত্মজীৱনীমূলক উপন্যাস নহয়। চৰিত্ৰবোৰ সম্পূৰ্ণ কাল্পনিক, যদি কাৰোবাৰ জীৱনৰ স'তে চৰিত্ৰবোৰৰ মিল আছে তাৰ বাবে লেখক দায়ী নহয়।

অৰূপা দত্তৰ মুখৰ পৰা কাহিনীটো শুনি থাকোঁতে মোৰ চকুৰ সন্মুখত ইমান সময়ে সীমান্ত বৰুৱাই অহা-যোৱা কৰি আছিল। মোৰ বুকুৰ পৰা এনেয়ে অলপ ক্লান্তিকৰ হুমুনিয়াহ এটা ওলাই আহিল। মই ক'লো— 'কাহিনীটো সঁচাই জঘন্য। কিন্তু 'শূন্যতাক ঠাই এৰি দিয়া' নামটো উপন্যাসখনত খাপ নাখালে দেখোন। নামটোতো বৰ বেলেগ ধৰণৰ। নামটোৰ প্ৰাসংগিকতা ক'ৰবাত আছে নেকি?' মই প্ৰশ্ন কৰিলো।

অৰূপা দত্তৰ চকু দুটাই অলপ সময় ওৰেটোৰজনক বিচাৰি আছিল।

আৰু পাই তেওঁ লাগ আনিবলৈ ইংগিত দিলে।

'ওহোঁ! ময়ো নামটোৰ একো অৰ্থ বিচাৰি নাপালো। কিন্তু উপন্যাসখনৰ শেষৰফালে এটা অংশত নায়কজনে ছুইচাইড কৰিবলৈ বিচাৰিছিল। কিয় বিচাৰিছিল তাৰ কোনো নিৰ্দিষ্ট কাৰণ নাছিল, কোনো ব্যাখ্যা নাছিল। কিন্তু তেওঁ মুখৰ ভিতৰতে ভোৰভোৰাইছিল এই বুলি— 'শূন্যতাক ঠাই এৰি দিব লাগিব'। শূন্যতাক ঠাই এৰি দিবলৈ হ'লে অৱশ্যে নিশ্চিতভাৱে মৃত্যু হ'বই লাগিব। কাৰণ কোনো এজন মানুহৰ শাৰীৰিক অবয়বটোৱে যিখিনি ঠাই অধিকাৰ কৰি থাকে, অৰ্থাৎ যিখিনি স্পেচ অধিকাৰ কৰি থাকে, সেই স্পেচখিনি এৰি দিবৰ বাবে তেওঁৰ শাৰীৰিক অস্তিত্বই লোপ পাব লাগিব। গতিকে মানুহ এজনৰ মৃত্যু হ'লেহে মানুহজন থকা ঠাইখিনিত শূন্যতাৰ সৃষ্টি হ'ব। শূন্যতাক ঠাই এৰি দিবলৈ নিশ্চিতভাৱে মানুহে নিজকে মৃত্যুদান কৰিব লাগিব। তেনেকুৱা কিবা অৰ্থতে চাগে' সীমান্ত বৰুৱাই উপন্যাসখনৰ সেই নামটো দিছিল।'

'কিতাপখন আপোনাৰ ঘৰত আছে নহয়? কিতাপখন পঢ়িবৰ বাবে দিব নেকি দুদিনমানৰ বাবে?' মই অৰূপা দত্তক সুধিলো।

'নিশ্চয় দিম। আজিয়েই লৈ যাব পাৰিব।'

ওৱেটাৰজনে আমাৰ টেবুলৰ সন্মুখত দুপৰীয়াৰ আহাৰ থৈ গ'ল। মই উঠি গৈ বেছিনত হাতখন ধুই আহিলো। অৰূপা দত্তই হাতেৰে ভাত নাখায়, চামুচৰ ঠুং-ঠাং শব্দৰে সৈতে খায় কিজানি। তেওঁৰ হাতত চামুচ। চামুচখন লৈ থকা তেওঁৰ আঙুলিবোৰৰ সৰু সৰু গাঁঠিবোৰ জিলিকি উঠিছে। জিলিকি উঠিছে, ক্ষীপ্ৰ হৈ উঠিছে চিনেমা হলত মৰা আঙুলিবোৰ..

'লওক।' মোৰ পিনে চাই অৰূপা দত্তই ক'লে।

ওৱেটাৰজনে টেবুলত থৈ যোৱা আৰু অৰূপা দত্তই আধা খহোৱা ভাতৰ সৰু পাহাৰখনৰ পৰা দুটামান টিলা কাটি আনি মই মোৰ থালত থ'লো। তাৰ পিছত চামুচেৰে তুলি আনি আনি হালধীয়া নিজৰা এটা বোৱাই দিলো টিলা এটাৰ ওপৰেদি। তাৰ পিছত মোৰ জীয়া আঙুলিকেইটাই সেই টিলাটো আৰু নিজৰাটো ফেনেকিবলৈ ধৰিলে। কিন্তু হঠাৎ মোৰ

এনে লাগিল, এই কার্য যেন বর্বৰ আৰু অশ্লীল। হাতখন মোৰ ধুই আহিবৰ মন গ'ল। কিন্তু মনৰ পৰা তৎক্ষণাৎ সেই ভাবটো জোকাৰি পেলালো আৰু অৰূপা দত্তক সুধিলো—

'মোৰ কাপোৰবোৰ ধুই দিম বুলিছিল নহয়, দিবনে?'

'অঁ, নিশ্চয় দিম। যাওঁতে আপোনাৰ ৰূমত সোমাই কাপোৰবোৰ ল'ব। ৱাছিং মেচিনত দুই আধা ঘণ্টামানৰ কাৰণে ৰ'দত মেলি দিলেই শুকাই যাব। আপুনি অলপ বহি একেলগে লৈ যাবই পাৰিব। কিন্তু ইস্ত্রি কৰিবলগা থাকিলে কাপোৰবোৰ ৰাতিটো মোৰ ঘৰতে থ'ব লাগিব। মই ৰাতি কৰি থ'ব পাৰিম। আপুনি কাইলৈ পুৱাহে কাপোৰখিনি পাব। আপোনাৰ কাৰণে মোৰ বিনামূলীয়া ক্ষুদ্র লণ্ড্রীয়ে ইয়াতকৈ আৰু কি বেছি সেৱা আগবঢাব কওক।' অৰূপা দত্তই সশব্দে হাঁহি উঠিল। তেওঁৰ হাঁহিৰ শব্দবোৰ টুকুৰা-টুকুৰ হৈ মোৰ চোলাত পৰিল। মই জানো, সেইবোৰ চোলাটোত ঠেকা খাব নোৱাৰে, কিন্তু য'ত ঠেকা খালে তাকে মই শূন্যতা বুলি ভাবিলো।

## পাঁচ

'দূৰত শাৰী শাৰী পাহাৰৰ পিঠিবোৰ জিলিকি আছে। চৌদিশে ভৰি আছে গছ-গছনিৰে অসংখ্য সেউজীয়া। তাৰ মাজেৰে বৈ গৈছে পাহাৰীয়া এটি নদী। নদীৰ দুয়োপাৰে ঘাঁহ আৰু নল-খাগৰিৰ জোপোহা। ওপৰত আকাশ। বতৰ ফৰকাল হ'লেও চপৰা-চপৰ উজ্জ্বল মেঘ নদীৰ ওপৰত সৰ্বাংগ কাঠৰ এখন দলং। দলঙৰ তলৰ পানীত মেঘ আৰু আকাশৰ প্ৰতিবিম্ব। সেই প্ৰতিবিম্ব কঁপাই কঁপাই পানী বৈ গৈছে। এয়া এক চিৰাচৰিত প্ৰাকৃতিক দৃশ্য আৰু এই দৃশ্য পূৰণি নকৰিবলৈ দলঙৰ ৰেলিঙত বহি আছে মানুহজন।

মানুহজনৰ প্ৰতিবিম্বও দলঙৰ তলৰ স্বচ্ছ পানীত পৰিছে। দলঙৰ তলেৰে মানুহজনৰ প্ৰতিবিম্বৰ মাজেৰে নাচি নাচি

বৈ গৈছে পাহাৰীয়া পানী। মাজে মাজে মানুহজনে তেওঁৰ মুখটো জোকাৰি জোকাৰি তললৈ চাইছে। তেওঁ তেওঁৰ প্ৰতিবিম্বটোকো লৰাইছে, জোকাৰিছে। এনেদৰে মানুহজনে দলঙৰ তলৰ পানীত নিজৰ প্ৰতিবিম্বটোৰ স'তে খেলি থাকোঁতে হঠাৎ পানীত জিলিকি উঠিল আন এটা প্ৰতিবিম্ব। সেই প্ৰতিবিম্বৰ নাম নাৰী। সেই প্ৰতিবিম্বই মানুহজনৰ প্ৰতিবিম্বৰ হাতত ধৰিলে। কিন্তু কি আচৰিত, দলঙৰ ৰেলিঙত বহি থকা মানুহজন আছে একেবাৰে অকলে। কোনেও তেওঁৰ হাতত ধৰা নাই। তেতিয়াই মানুহজনে সেই প্ৰতিবিম্বক চিনি পালে। তেওঁ সেই প্ৰতিবিম্বক লৈ আহিলে তেওঁৰ তেজেৰে লিপা ঘৰটোলৈ। আৰু দুয়ো একেলগে বাস কৰিবলৈ ল'লে।

আপুনি চাগে' ভাবিছে সেই প্ৰতিবিম্ব কোন? শূন্যতা নহৈ তেওঁ কোন হ'ব পাৰে? . '

এনেকৈয়ে আৰম্ভ হৈছে সীমান্ত বৰুৱাৰ উপন্যাস 'শূন্যতাক ঠাই এৰি দিয়া'। কথাখিনি পঢ়ি মনটো গধুৰ হৈ গ'ল। সঁচা কাহিনীটো জনাৰ কাৰণে কাহিনীটোৰ মিছা বৰ্ণনা পঢ়িবলৈ এই মুহূৰ্তত জৰুৰী যেন নালাগিল। সঁচা কাহিনীৰ চৰিত্ৰবোৰে ইতিমধ্যে মোৰ মগজুৰ আন্ধাৰ আৰু পোহৰৰ হনা-খোঁচা কৰিছেই।

সীমান্ত বৰুৱাৰ স'তে মোৰ সাক্ষাৎ আছিল আকস্মিক আৰু অভাবনীয়। খিৰিকীৰ গ্ৰীলৰ মাজেৰে ভুমুকিওৱা মুখখন দেখি তেওঁক এটা ভূত যেন লাগিছিল। আচলতে সকলো ঔপন্যাসিকেই একো একোটা ভূত। সিহঁতৰ ভিতৰত ভূতে বাস কৰে। সিহঁতৰ জীৱনো ভূতৰ জীৱন। মানুহৰ সকলো কথা জানে সিহঁতে। বিক্ৰমাদিত্যৰ পিঠিত উঠা সেই ভূতটো, সিযে কিমান প্ৰশ্ন কৰিছিল বিক্ৰমাদিত্যক। বিক্ৰমাদিত্যকো বিচাৰ কৰিব পাৰিছিল সি।

আৰু আমাৰ এই চিনাকি ভূতেও অৰূপা দত্ত আৰু মোক লৈ উপন্যাস

লিখিব খুজিছে। তেওঁক লাগে আমাৰ কাহিনীটো— অৰ্থাৎ আমাৰ মাজত গঢ়ি উঠা সম্পৰ্কৰ পৰা উদ্ভৱ হ'ব পৰা সকলো ঘটনা, পৰিঘটনা আৰু দুৰ্ঘটনাবোৰ। তাৰ বাবে তেওঁ নিজেই আমাক প্ৰৰোচিত কৰি লৈ যাব খোজে কোনো কাহিনীৰ গাঁতলৈ।

অৰূপা দত্তই ইস্ত্ৰি কৰি দিয়া চোলাটো মই খুলি পেলালো। মোৰ গাত এতিয়া গেঞ্জীটো। উপন্যাস পঢ়াৰ সময়ত গেঞ্জী পিন্ধাই আটাইতকৈ ভাল। কাৰণ ছাৰ্টৰ দৰে গেঞ্জীত কাৰো ভাবনা বা হাঁহিৰ টুকুৰা লাগি থাকিব নোৱাৰে। গেঞ্জীত লিপিট খাই থাকে ঠিক উপন্যাসত ৰচিত হোৱা শৰীৰ।

মই উপন্যাসৰ পৃষ্ঠাবোৰ এনেয়ে লুটিয়াবলৈ ধৰিলো। এনেতে দেখিলো পৃষ্ঠাবোৰৰ মাজত এটুকুৰা হালধীয়া কাগজ। কিতাপখন পঢ়োঁতে অৰূপা দত্তই ব্যৱহাৰ কৰা বুক-মাৰ্ক হয়তো। নহ'লে এই পৃষ্ঠাবোৰৰ মাজত কেনেকৈ এটুকুৰা অকলশৰীয়া হালধীয়াই বাস কৰি থাকিব!

অতি সাধাৰণ এটুকুৰা কাগজ হ'লেও বুক-মাৰ্ক হৈ সেই কাগজ টুকুৰাই যেন নিজৰ অস্তিত্বৰ সম্ভাৱনাক চিহ্নিত কৰিছে। কেতিয়াবা কিমান সাধাৰণো নিয়তিৰ ইচ্ছাত কিমান অসাধাৰণ হৈ পৰে।

অৰূপা দত্তই থৈ যোৱা বুক-মাৰ্কৰ দুয়োপাৰে থকা আখৰবোৰৰ ওপৰেদি মোৰ দৃষ্টি বিয়পি গ'ল—

**অৰূপা দত্তৰ বুক-মাৰ্কৰ পৰা**

**অ**

কোঠালিটো আন্ধাৰ। ৰাতি ৯ বাজি গৈছে কাৰণে নহয়। দুৱাৰ-খিৰিকী মাৰি থ'লে কোঠালিটো দিনতেই আন্ধাৰ। আৰু আন্ধাৰত কোঠালিটোৰ ভিতৰত এখন চাৰিঠেঙীয়া বিছনা। বিছনাখনৰ গাতে গা লগাই আৰু এখন চাৰিঠেঙীয়া মেজ আছে। বিছনা আৰু মেজখনৰ ঠেঙকেইখন একে জোখৰ নহয়। মেজৰ ঠেংকেইখন বিছনাৰ কেইখনতকৈ কিছু ওখ।

মেজখনৰ ওপৰত ঠেং নোহোৱা কিছু কিতাপ। কিতাপবোৰ অকণো পৰিপাটী নহয়। কাষতে আছে এটা পানীৰ বটল। এটা ভোকাতুৰ গিলাচ। গিলাচত এগিলাচ শূন্যতা। অৱশ্যে দেখা নাযায়।

কোঠালিটোৰ এখন বেৰৰ গাতে লাগি আছে কাঠৰ দুঠেঙীয়া এখন আলনা। অজস্ৰ কাপোৰৰ ভৰ সহি আছে আলনাখনে। জাপ জাপ কাপোৰ। ইস্ত্ৰি কৰা চোলাবোৰ ওলমি আছে হেঙাৰত। নম্ৰ মৌন চোলাবোৰে ৰাতিপুৱাক মুহিবৰ বাবেহে যেন বৈ আছে। ঘাম আৰু ধূলিৰ মিশ্ৰণেৰে সিক্ত জীনছ পেণ্ট এটাৰ ভৰি দুটা দুলিছে।

আলনাখনৰ এডাল মাৰিত খামুচি উচপিচাই আছে ঘিউ বৰণীয়া এটা পায়জামা। কেইটামান ৰঙা-নীলা হলৌ গেঞ্জী উশাহ চেপি বৈ আছে কেতিয়ানো পিন্ধিব কেতিয়ানো পিন্ধিব বুলি। গেঞ্জীকেইটাৰ ভাঁজে ভাঁজে এতিয়া বাস কৰিছে শূন্যতা। যিকেইটাই অতি নিবিড়ভাৱে আৱৰি ধৰে কাৰোবাৰ বুকু।

আৰু আছে এখন লাইফ ছাইজ আইনা। অৱশ্যে আইনাখনে ইযাত মুখ্যভাৱে বাস কৰা নাছিল। আইনাখন আছিল গৌণ বা ওপৰঞ্চিভাৱে, এটা ষ্টীলৰ আলমাৰীৰ দুৱাৰ এখনত লিপিত খাই। কিন্তু এই আইনাখনেই এই কোঠালিটোত আটাইতকৈ বেছি যন্ত্ৰণাত দিন কটাবলগীয়া হৈছিল।

কোঠালিটো আন্ধাৰ বাবে আন্ধাৰত সকলোবোৰ বস্তু উত্তেজিত হৈ আছে। আৰু আন্ধাৰ এনে এক দৃশ্য য'ত সকলো বস্তুৱে নিজৰ অস্তিত্ব সম্পৰ্কে বেছি সচেতন হৈ উঠে। কিয়নো, আন্ধাৰত বস্তুবোৰ মণিব নোৱাৰি, দেখা নাযায়। আন্ধাৰত বস্তুবোৰ অদৃশ্য হোৱাৰ ভয় থাকে।

এই ভয়ৰ পৰাই জন্ম হয় একধৰণৰ উত্তেজনা আৰু এই সকলোবোৰ বস্তু যাৰ, যিয়ে এই সকলোবোৰকে দিছে কিবা এক গতি আৰু বাসস্থান, সেই দুঠেঙীয়া কৰ্তাজনে এই মুহূৰ্তত উলটি আহিছে এই বস্তুবোৰৰ কাষলৈ। মানুহজনে দুৱাৰৰ তলা খুলিছে আৰু সোমাই আহিছে কোঠালিটোৰ ভিতৰলৈ।

কোঠালিটোৰ ভিতৰত আন্ধাৰত কোনোবাই ফুচফুচাই কথা পাতি আছে। তেওঁ জানে সেয়া কোনো নহয়, সেয়া নতুন কথাও নহয়— কোঠালিটোৰ বস্তুবোৰে কথা পাতি আছে। তেওঁ প্ৰায়ে শুনা পায় বস্তুবোৰে তেনেদৰে কথা পাতি থকা। যদিও এতিয়ালৈ সিহঁত অবাধ্য হোৱা নাই।

কোঠালিটোত সোমাই মানুহজনে আন্ধাৰত খেপিয়াই খেপিয়াই ছুইচটো বিচাৰি উলিয়ালে। আৰু টিপি দিয়াৰ লগে লগে লাইট জ্বলি উঠিলে। আন্ধাৰবোৰে তৎক্ষণাৎ বিছনাৰ তল, দুৱাৰ, আলনা, আলমাৰীৰ পিছফালে য'ত যেনেকৈ পাৰি লুকাই পৰিল।

কোঠালিটো পোহৰ হ'ল। পোহৰত কোঠালিটোৰ বস্তুবোৰ নিজৰ নিজৰ মহিমাৰে পুনৰ উজ্জলি উঠিল।

মানুহজন ক্লান্ত হৈ পৰিছে। খুব লাহে লাহে চোলাৰ বুটামবোৰ খুলিব ধৰিলে। চোলাটো খুলি আলনাখনলৈ দলিয়ালে। আলনাৰ আনবোৰ কাপোৰ, অৰ্থাৎ চোলাটোৰ সতীৰ্থবোৰে গুণগুণাই চোলাটোক উদ্দেশ্যি ক'বলৈ ধৰিলে— 'ইস। তোমাক বৰকৈ গোন্ধাইছে। কাষলতিৰ তলত চোৱা কেনেকৈ দাগ বহুৱাই লৈ আহিছে তোমাক।'

আলনাখনৰ কাপোৰবোৰে চোলাটোক কোৱা কথাখিনি মানুহজনে শুনা পালে আৰু নিজৰ কাষলতিৰ

তলৰ নোমবোৰত নাকটো গুঁজি দি দীঘলকৈ এটা উশাহ টানি শুঙি চালে তেওঁৰ প্ৰিয় গোন্ধটো। আজি গোটেই দিনটো আছিল বৰ ৰ'দ। তেওঁ দীঘল দীঘলকৈ ৰ'দত খৰকৈ খোজকাঢ়ি যোৱা নিজৰ ছবিখনলৈ মনত পেলালে।

তাৰ পিছত জীনছৰ পেণ্টটো এক মুহূৰ্ততে খুলি পেলালে আৰু পেণ্টটোও নিক্ষেপ কৰিলে আলনাখনলৈ। এইবাৰ আলনাত থকা কাপোৰবোৰে নাক কোঁচাই ক'বলৈ ধৰিলে— 'উহ! তুমিও আহিলা। তুমি আৰু এখোপ চৰা!'

কাপোৰবোৰৰ কথা শুনি ঈষৎ হাঁহি এটা মাৰিলে মানুহজনে, তাৰ পিছত আইনাখনৰ সন্মুখত থিয় হ'ল। আইনাখনত জিলিকি উঠিল মানুহজনৰ আন্দাৰৱেৰ পিন্ধা অৰ্ধ-উলংগ শৰীৰ। সগোত্ৰীয় পানীৰ বটলটোৱে আইনাখনলৈ চাই চকু টিপিয়ালে।

চাৰিঠেঙীয়া বিছনা আৰু মেজখন, দুঠেঙীয়া আলনাখন কাপোৰবোৰৰ সৈতে, পানীৰ বটল, গিলাচ আৰু কিতাপবোৰে গভীৰ উৎকণ্ঠাত চকু থিয় কৰি ৰৈ থাকিল। কি বা কৰে এতিয়া মানুহজনে! যদি মানুহজনে শৰীৰৰ শেষ কাপোৰটুকুৰাও খুলি পেলায়।

মানুহজন ধমহকৈ বিছনাখনত বহি পৰিল। গাতে থকা শেষতম পৰিচ্ছদটো খুলি তেওঁ বিছনাখনৰ একোণলৈ দলিয়ালে। এবাৰ তেওঁ বাথৰূমলৈ গৈ প্ৰস্ৰাৱ কৰি মুখ-হাত ধুই অহাৰ কথা ভাবিছিল। কিন্তু নগৈ তেওঁ বিছনাখনত লুটি খাই পৰিল।

কোঠালিটোৰ বস্তুবোৰ লাজ আৰু খঙত অধৈৰ্য হৈ উঠিল। মেজখনে মৃদুস্বৰত বিছনাখনকে ক'লে— 'তুমি প্ৰতিবাদ নকৰা কিয়? ছিঃ ছিঃ মানুহজন ইমান নিলাজনে?

আমাৰ সকলোৰে সন্মুখতে ..।' বস্তুবোৰৰ উত্তেজনা ফুচফুচনিলৈ ৰূপান্তৰিত হ'ল।

মানুহজনে পানী এগিলাচ খোৱাৰ কথা ভাবিলে আৰু মেজখনৰ ওচৰলৈ উঠি আহিল। এখনো ঠেং নোহোৱা কিতাপৰ বুকুৰ ওপৰত উঠি আছিল পানীৰ বটলটো। মানুহজনে বটলটো ল'ব খোজোঁতে বটলটোৱে মাত দিলে— 'নুচুবা মোক। তুমি দিনে দিনে বেছি নির্লজ্জ হৈ পৰিছা। আৰু শুনা— তুমি যে ইমান কুৎচিৎ নঙঠা হ'লেহে গম পোৱা যায়।'

'চুপ থাক। তহঁত সীমা চেৰা গৈছ।' মানুহজনে ধমকি দি উঠিল। মানুহজনে বুজিলে, এই কিতাপবোৰেই যত কূটৰ ঘাই। ইহঁতেই বস্তুবোৰক এনেকৈ উচটাইছে। মানুহজনে কিতাপবোৰলৈ চাই ভ্রূকুটি মাৰিব খুজিলে, কিন্তু দেখিলে কিতাপবোৰে ভেঙুচালি মৰা চাৱনিৰে ইতিমধ্যে তেওঁলৈ চাই ৰৈ আছেই! লগে লগে চুইচটো টিপি তেওঁ লাইটটো নুমুৱাই দিলে।

আকৌ আন্ধাৰবোৰ ওলাই আহিল। আন্ধাৰ থিয় হ'ল। আন্ধাৰ ওখ হৈ গৈ থাকিল। আৰু আন্ধাৰৰ উচ্চতাৰ ওচৰত কোঠালিটোৰ বস্তুবোৰ নমনীয় হৈ পৰিল। কোঠালিটোক আন্ধাৰে সম্পূর্ণৰূপে অধিকাৰ কৰি পেলালে।

আন্ধাৰত বস্তুবোৰৰ ফুচফুচনি মাৰ গ'ল। বস্তুবোৰ বিচ্ছিন্ন হৈ পৰিল। বস্তুবোৰে ইটোৱে সিটোক নেদেখা হ'ল। প্রত্যেকে প্রত্যেকৰ পৰা অদৃশ্য হৈ এক দূৰত্বত স্থিৰ হৈ পৰিল। এই অদৃশ্যৰ ভাবনাই বস্তুবোৰক নিজৰ অস্তিত্বৰ ওপৰত সন্দিহান কৰি তোলাৰ লগতে ভীষণ সজাগো কৰি তুলিলে। গোটেই কোঠালিটো নিৰৱতাত

ডুব গ'ল।

স্নায়বিক ক্লান্তিয়ে মানুহজনক নিদ্ৰাৰ খটখটিয়েদি লৈ যাবলৈ ধৰিলে।

## আ

এটা দীৰ্ঘ ৰাতি অতিক্ৰম কৰাৰ পাছত লাহে লাহে ৰাতি পুৱাবলৈ ধৰিলে। চৰাইৰ কিচিৰ-মিচিৰ আৰু দুই-এখন গাড়ীৰ শব্দই ৰাতিপুৱাটোকে টানি আনিবলৈ ধৰিলে। কিন্তু যিমানে ৰাতি নুপুৱাওক, তেওঁৰ কোঠালিটো আন্ধাৰ। দুৱাৰ-খিৰিকী নেমেলালৈকে কোঠালিটো আন্ধাৰ।

দুৱাৰ বা খিৰিকী একো খুলিবলৈ মন নগ'ল মানুহজনৰ। এক আলস্যই মানুহজনক বিছনাতে লিপিত খুৱাই ৰাখিলে। যোৱা ৰাতিটো তেওঁ এটা শিশুৰ দৰে লওঠা হৈ শুই আছিল, তেওঁ ভাবিলে। লগে লগে তেওঁৰ মনত প্ৰশ্ন উদয় হ'ল— তেওঁ শিশু আছিল নে?

তেওঁ জানো কোনোবাদিনা শিশু আছিল??

তেওঁ ভাবিবলৈ ধৰিলে— জঁ। পল ছাৰ্ত্ৰে যদি থাকিলহেঁতেন, নিশ্চয় তেওঁক সুন্দৰকৈ প্ৰকাশ কৰিব পাৰিলেহেঁতেন। তেওঁ ব্যথিত হৈ পৰিল। কাৰণ জীৱনত কেতিয়াবা এনে কিছুমান ঘটনা ঘটে যিবোৰ সাধাৰণ দৃষ্টিত ৰব অবাস্তৱ বা অতি বাস্তৱ। আৰু ছাৰ্ত্ৰে তেনেবোৰ কাহিনীৰ জাল ৰচনা কৰিব পাৰিছিল আৰু সেই কাহিনীৰ ভিতৰেৰে জীৱনক ব্যাখ্যা আৰু বিশ্লেষণ কৰিছিল। সাধাৰণ লেখকৰ দৰে তেওঁ কাহিনীত বিচৰণ কৰা চৰিত্ৰবোৰৰ স'তে একাকাৰ হৈ পৰা নাছিল বা সেই

চৰিত্ৰবোৰৰ মাজেৰে তেওঁ নিজৰ বক্তব্য দাঙি ধৰিব খোজা নাছিল। তেওঁ সৃষ্টি কৰিছিল চৰিত্ৰ। কেৱল চৰিত্ৰ। চৰিত্ৰবোৰক তেওঁ এনে এক পটভূমিলৈ লৈ গৈছিল, য'ত চৰিত্ৰবোৰে আপোনা-আপুনি কাহিনীৰ জালত বান্ধ খাই নিয়তিৰ হাতত পৰিছিল। সেই মুহূৰ্তত সেই মহান ভাবুক লেখকজনেই হৈ পৰিছিল চৰিত্ৰবোৰৰ নিয়তি। তেওঁ কলম কামুৰি ভাবে তেওঁৰ সন্মুখৰ পৃষ্ঠাত লিপিবদ্ধ হৈ থকা এই চৰিত্ৰবোৰক তেওঁ কি দান দিব?— দুৰ্ভাগ্য?

দুৰ্ঘটনা?

মৃত্যু নে জীৱন?

মানুহজনে ভাবি যাবলৈ ধৰিলে যে তেওঁ তেনে এটা চৰিত্ৰ। যিয়ে অনাই-বনাই ঘূৰি ফুৰিছে সেই মহান লেখকজনক বিচাৰি। কিমান হেজাৰ বছৰ ধৰি তেওঁ এনেকৈ ঘূৰি ফুৰিছে কিমান হেজাৰ বছৰ? মাত্ৰ এজন লেখক বিচাৰি। যাক তেওঁ অৰ্পণ কৰিব খোজে তেওঁৰ নিয়তি হোৱাৰ যোগ্যতা আৰু ক্ষমতা। যদি থাকিলহেঁতেন আজি সেই লেখকজন— জঁা পল ছাৰ্ত্ৰে।

কিয়নো, তেওঁ এটা কাহিনী হ'ব খোজে। অথচ তেওঁ কাহিনীক বিশ্বাস নকৰে। অৱশ্যে তেওঁ কাহিনীক বিশ্বাস নকৰিলেও কাহিনী থাকিব। কাৰণ মানুহৰ জীৱন কাহিনীৰ পৰা অন্তৰ্ধান হোৱা নাই। এতিয়াও মানুহৰ জীৱনত কাহিনী আছে। মানুহৰ জীৱনে কাহিনীৰ পৰা উৰ্ধ্বলৈ যাব পৰা নাই।

কাহিনীক লৈ নিজৰ মনতে সৃষ্টি হোৱা এক অপৈণত দৰ্শন বা চিন্তাত নিমগ্ন হৈ থাকোঁতেই তেওঁৰ মনলৈ ভাহি আহিল এটা ঘটনা (যি ঘটনাই সদায়ে তেওঁৰ মনত এটা প্ৰশ্নৰ উদয় কৰায়— তেওঁ শিশু আছিলনে?

তেওঁ জানো কোনোবাদিনা শিশু আছিল?)

তাৰ বয়স তেতিয়া আঠ বছৰ। সৰু নগৰখনৰ এটা সম্ভ্ৰান্ত পৰিয়ালৰ ল'ৰা আৰু মাক আছিল কিছুদূৰৰ এখন গাঁৱৰ। মাকৰ স'তে প্ৰায়ে সি গাঁৱৰ মাকৰ ঘৰখনলৈ গৈছিল। গাঁওখনৰ দাঁতিৰে বৈ যোৱা নদীখনে আৰু গাঁৱৰ আলি-পদূলি, গছ-গছনি, ফুল-লতা, চৰাই-চিৰিকটি, মেকুৰী, কুকুৰ, গৰু, ছাগলী, গোহালি, শিয়াল, সাপ, কেচু, পুখুৰী, মাছ, বেং, পথাৰ, ধূলি-বালি আৰু সমনীয়া ল'ৰা-ছোৱালীৰে তাৰ আত্মা গাঁওখনৰ স'তে হৈ পৰিছিল অভিন্ন। সেই গাঁওখনে তাক এনেকৈ মুগ্ধ আৰু আচ্ছন্ন কৰি ৰাখিছিল যে তাৰ নগৰৰ নিজৰ ঘৰখনত অকণো মন নবহে। কিবা এক উৰুঙা উৰুঙা ভাবত সি তাৰ স্কুলীয়া দিনবোৰ পাৰ কৰে মাথোঁ।

ঘটনাটো ভাবি থকাৰ ফাঁকতে মানুহজনে নিজৰ মনকে ক'লে সেই গাঁওখনৰ স'তে যেন তাৰ নগৰখনৰ এক অবৈধ সম্পৰ্ক আছিল আৰু সেই অবৈধ সম্পৰ্ক যেন স্থাপন কৰিছিল সি নিজেই।

মাকহঁতৰ ঘৰত আছিল এজন এল পি স্কুলৰ শিক্ষক। বগা ধকধকীয়া ধুতী আৰু খদ্দৰৰ চোলাটোৰে সৈতে শান্ত আৰু লাজুক স্বভাৱৰ শিক্ষকজন আছিল সঁচাকৈ সুন্দৰ। কেঁকোৰা ঘন চুলিত তেওঁ সানিছিল গোন্ধ তেল। বাওঁ হাতৰ কনিষ্ঠা আঙুলিৰ নখটো তেওঁ ছোৱালীৰ দৰে দীঘলকৈ ৰাখিছিল। লেতেৰা নাছিল নখটো। নখটোৰ তলৰ অংশত তেওঁ খুব পাতল গুলপীয়া এবিধ ৰং লগোৱা দেখিছিল সি। পাছত তেওঁ গম পাইছিল সেই ৰং শিক্ষকজনে ছবি আঁকোতে ব্যৱহাৰ কৰা ৰং।

পানী ৰঙৰ ছবি আঁকিছিল তেওঁ। আৰু তেওঁ আঁকা

ছবিবোৰ তাৰ মোমায়েকহঁতৰ ঘৰৰ কোঠালিবোৰৰ বেৰবোৰত ওলমিছিল বা ময়দা সিজাই তৈয়াৰ কৰা এঠাৰে লিপ্তিত হৈছিল। টিকৃটিকিয়া ৰঙা গোলাপ, নৈত উটি যোৱা পাল তৰা নাও— দূৰত পাহাৰ— পাহাৰৰ পিছপিনৰ পৰা বেলিটো ওলাই আহিছে— বেলিৰ হেঙুল ৰঙা ৰং নৈৰ পানীত প্ৰতিবিম্বিত হৈ গোটেই নৈখন ৰঙেৰে কলুষিত হৈ পৰিছিল ...। এইবোৰ সাধাৰণ বিষয়ৰ উপৰি তেওঁ আঁকিছিল সাধুকথাবোৰৰ দৃশ্য আৰু ধৰ্মীয় আখ্যানৰ চিত্ৰ।— ৰামৰ পিছে পিছে সীতা আৰু লক্ষ্মণ, ৰাৱণে হৰণ কৰা সীতা আৰু তাৰ জীৱনৰ আটাইতকৈ কৰুণ সাধুকথাটো— এজন বাটৰুৱাই প্ৰচণ্ড ৰ'দত গছৰ ছাঁত জিৰণী লৈ শুই পৰিছে। গছৰ পাতৰ ফাঁকেৰে ৰ'দ আহি তেওঁৰ মুখত পৰিছে। বগলী এটাই বাটৰুৱাজনৰ মুখত ৰ'দ পৰা দেখি গছৰ ওপৰৰ এটা ডালত বহি পাখি দুখন মেলি ধৰিছে যাতে ৰ'দ মানুহজনৰ মুখত পৰিব নোৱাৰে। তেনেতে দুষ্ট কাউৰী এটাই মানুহজনৰ মূৰৰ ওপৰেদি উৰি গ'ল আৰু যাওঁতে মানুহজনৰ ঠিক মূৰতে বিষ্ঠা ত্যাগ কৰি গুচি গ'ল। বাটৰুৱাজন যেতিয়া সাৰ পালে, দেখে তেওঁৰ মূৰত বিষ্ঠা। ওপৰলৈ চাই তেওঁ দেখিলে, গছৰ ডালত তেওঁৰ মূৰৰ ঠিক ওপৰতে পাখি মেলি বহি আছে এটা বগলী। বাটৰুৱাজনে সেই বগলীটোৱে তেওঁৰ গাত বিষ্ঠা ত্যাগ কৰা বুলি ভাবি খঙতে বগলীটো মাৰি পেলালে।

তাৰ কণমানি সাধুকথাৰ কিতাপখনৰ এই সাধুটো বহুবাৰ পঢ়ি তাৰ হেঁপাহ পলোৱা নাছিল। কিবা এক কৰুণতাই এই সাধুটো পঢ়িলে তাক জোকাৰি গৈছিল। কেতিয়াবা সি পুহিছিল তেনে এটা বগলী হৈ নিয়তিৰ

পৰিহাসত কৰুণভাৱে মৃত্যুবৰণ কৰাৰ ইচ্ছা। সি তেতিয়া সেই সাধুটোকে চিত্ৰকৰ শিক্ষকজনে ৰঙৰ আশ্চৰ্য মহিমাৰে কাগজত আঁকি বেৰত ওলমাই থোৱা দেখা পালে, তেতিয়া সি অভিভূত হোৱাই নহয়, সেই শিক্ষকজনৰ প্ৰতি তীব্ৰ এক আকৰ্ষণো অনুভৱ কৰিলে।

হয় হয, কেৱল ছবি অঁকাৰ বাবেই সেই শিক্ষকজন সেই সময়ত তাৰ হৈ পৰিছিল আটাইতকৈ আকৰ্ষণীয় ব্যক্তি। সি সেই শিক্ষকজনৰ গাৰ ওচৰে-পাঁজৰে বিচৰণ কৰি ফুৰিবলৈ আৰম্ভ কৰিলে। কিবাকিবি অজুহাত উলিয়াই সি শিক্ষকজনৰ ওচৰলৈ কাৰণে-অকাৰণে ওচৰ চাপি অহা হ'ল। আৰু এদিন সি জেদ ধৰিলে— সি মাকৰ লগত নহয়, সেই শিক্ষকজনৰ লগত শুব।

মোমায়েকহঁতৰ ঘৰত সৰু ল'ৰা-ছোৱালীবোৰক ফুট গধূলিতে ভাত-পানী খুৱাই শুৱাই থোৱা হৈছিল আৰু আমাৰ সেই কণমানি কৰ্তাজনে সেইদিনা শুইছিল সেই চিত্ৰকৰজনৰ ৰহস্যৰে ভৰা বিছনাখনত। চিত্ৰকৰ দেৰিকৈ বিছনালৈ আহিব। তেওঁলোকে দেৰিকৈ ভাত-পানী খায়। কণমানি কৰ্তাই আঁঠুৱাৰ কোঠালিটোৰ ভিতৰত অধীৰ অপেক্ষাত চিত্ৰকৰজনলৈ বাট চাই চাই উচপিচাবলৈ ধৰিলে।

সি চিত্ৰকৰৰ তেলচিকটি লগা গাৰুটোত নাকটো গুঁজি দি দীঘলকৈ উশাহ টানিলে। গোন্ধতেলৰ গোন্ধ এটা তাৰ নাকেৰে সোমাই ভিতৰত প্ৰৱেশ কৰিলে। কণমানি কৰ্তাজনে লগে লগে চকু মুদি টোপনি যোৱাৰ ভাও জুৰিলে। চিত্ৰকৰজনে দেখিলে তেওঁৰ বিছনাত নিদ্ৰিত এজন শিশু। তেওঁৰেই কণমানি শিষ্য।

কণমানি কৰ্তাজন অতি চঞ্চল হৈ উঠিল। সেই ঠেক

বিছনাখনত তাৰ কাষত পৰি আছে পৃথিৱীৰ আটাইতকৈ আকৰ্ষণীয় মানুহজন। সি চকু মেলি আন্ধাৰতো মানুহজনলৈ চালে। তেওঁ কাটি হৈ শুই আছে।

আমাৰ কৰ্তাজনে টোপনিৰ ছলতে চিত্ৰকৰৰ কাটি হৈ থকা শৰীৰৰ ভাঁজটোত সোমালেগৈ। চিত্ৰকৰৰ নিশ্বাস তাৰ মুখত লাগিল আৰু তাৰ গাৰ ওপৰেদি বিয়পি গ'ল। সি তাৰ কণমানি ভৰি দুখন মেলি দিয়াৰ নিচিনা কৰিলে। তাৰ এখন ভৰি সোমালগৈ চিত্ৰকৰৰ উৰু দুটাৰ মাজত। সি স্পষ্টভাৱে অনুভৱ কৰিলে চিত্ৰকৰৰ উৰু দুটাৰ মাজত কিবা এটা বস্তু বাস কৰিছে। বস্তুটো চুই চাবলৈ তাৰ হাতখন চিত্ৰকৰৰ ধুতীৰ ওপৰেৰে বগাই গ'ল।

চিত্ৰকৰৰ কাটি হৈ থকা গাৰ ভাঁজটো হঠাতে নোহোৱা হৈ পৰিল। তেওঁ শৰীৰটো দীঘল কৰি দিলে আৰু আমাৰ কৰ্তাজনক নিজৰ গালৈ টানি নিলে। চিত্ৰকৰৰ ঘন ঘন উষ্ণ নিশ্বাস এইবাৰ কৰ্তাৰ চকু-মুখত জোৰেৰে লাগিবলৈ ধৰিলে। চিত্ৰকৰৰ গাল কৰ্তাৰ গালত লাগিল। চিত্ৰকৰৰ ওঁঠ তাৰ ওঁঠত ঘহনি খালে। আমাৰ কৰ্তাজন আনন্দত আত্মহাৰা হৈ উঠিল। চিত্ৰকৰৰ শৰীৰটো টান আৰু উত্তপ্ত হৈ আহিবলৈ ধৰিলে।

এই গোটেই ঘটনাটোত মুখ্য ভূমিকা লৈছিল সি। গোটেই ঘটনাটোৰ কৰ্তা আছিল সি। সি শিশু আছিলনে? নহয় নহয়, সি শিশু নাছিল।

এই ঘটনাটোৱে নিশ্চয় এটা কাহিনী নহয়। ই আছিল মাথোঁ এটা অভিজ্ঞতা। অৱশ্যে এই কাহিনীৰ এটা উপাদান হ'ব পাৰে। জাঁ যদি থাকিলহেঁতেন, তেওঁ নিশ্চয় ইয়াকে লৈ এটা কাহিনী লিখিব পাৰিলেহেঁতেন। এই ঘটনাৰ ফাঁকে ফাঁকে তেওঁ কিছু বৰ্ণনা সুমুৱাই দিলেহেঁতেন।

যেনে ধৰক, কোঠাটোত এটা লেম্প জ্বলি আছিল। পোহৰ আছিল শেঁতা। সেই শেঁতা পোহৰত চিত্ৰকৰজনৰ মুখত অভিব্যক্তিনো কি আছিল? তাকে লৈ নিশ্চয় কেইশাৰীমান হ'লহেঁতেন। দিব পৰা গ'লহেঁতেন চিত্ৰকৰৰ কোঠালিটোৰ আংশিক বৰ্ণনা— চিলিঙত ওলমি থকা মকৰাজালৰ বিষয়ে। মকৰাজালৰ পৰা মকৰালৈ গুচি আহি আনকি প্ৰাণীবিজ্ঞানকো আনিব পাৰিলেহেঁতেন টানি। বিছনাখনৰো এটা বৰ্ণনা দিব পাৰিলেহেঁতেন— বিছনাখন ক'ত বনোৱা হৈছিল বা ক'ৰ পৰা অনা হৈছিল, আনকি বিছনাখন যি কাঠেৰে নিৰ্মিত হৈছিল সেই কাঠনো কোনখন হাবিৰ পৰা কটা হৈছিল, প্ৰসংগক্ৰমে তাৰো বৰ্ণনা টানি আনিব পাৰিলেহেঁতেন। এইবোৰ বৰ্ণনাৰ অবিহনে ঘটনাৰ কোনো নান্দনিকতা নাথাকে।

ই

মানুহজনৰ কোঠালিটোৰ ভিতৰখনক যদিও ৰাতিপুৱাৰ পোহৰে চেলেকা নাই, কোঠালিটোৰ বাহিৰৰ ফালৰ বেৰবোৰত উপচি পৰিছিল প্ৰত্যুষৰ স্নিগ্ধতা। ৰ'দৰ পোহৰত বাহিৰখন লাহে লাহে চকচকীয়া হৈ আহিছিল। গাড়ী-মটৰৰ শব্দ, কুকুৰৰ ভুকভুকনি, কাউৰীৰ কোৰ্হাল আৰু মানুহৰ পদশব্দই নগৰখনলৈ আনিছিল ৰাতিপুৱাৰ বাতৰি। মানুহজনে ৰাতিপুৱাটোক স্বীকাৰ কৰিলে।

তেওঁ ভাবিলে আৰু এটা দিন আৰম্ভ হ'ল। তেওঁৰ অতীতৰ স'তে আৰু এটা ৰাতি যুক্ত হৈ গ'ল। যুক্ত হৈ গ'ল তেওঁৰ তেজৰ লগত, তেওঁৰ জীৱন আৰু আনন্দৰ লগতো।

'আনন্দ' শব্দটো মনৰ ভিতৰত উচ্চাৰণ কৰাৰ লগে

লগে বহুতো স্মৃতিয়ে তেওঁক ভাৰাক্ৰান্ত কৰিবলৈ আগবাঢি আহিল।

আগবাঢি আহিল এটা বালিচৰ। বালি বালি অপাৰ বালি। বালিৰ বতাহৰ ধূসৰ বাসভূমি। মৰুভূমিৰ বালি নহয়। নৈ পাৰৰ বালি। নৈয়ে পেলোৱা এটা বালিচৰ। সেই বালিচৰ তেওঁৰ জীৱনৰেই যেন এটা প্ৰতীক হৈ উঠিছে। যি প্ৰতীকে তেওঁক মাতে, তেওঁৰ জীৱনক চিঞৰে।

শৈশৱতে তেওঁ আৱিষ্কাৰ কৰিছিল এই বালিচৰটো। দুয়োপাৰে বিশাল বিস্তীৰ্ণ বালিৰাশি সাবটি ডিৰিলি নামেৰে সেই নদীখনি বৈ গৈছিল। সি নাজানিছিল সেই নদীয়ে সাগৰ গৈ পাইছিলগৈ নে নাই। নদীখনে তাক অকণো আকৰ্ষণ কৰা নাছিল। তাক আকৰ্ষণ কৰিছিল বালিয়ে, কেৱল বালিয়ে। বালিৰ ওপৰত অনাই-বনাই ফুৰা এজাক বতাহে তাক হাত বাউলি মাতিছিল।

আহাঁ আহাঁ আহাঁ .

বৈ বৈ সি শুনিছিল বালিৰ সেই কোবাল মাত। দৌৰি গৈছিল বালিলৈ। বালি বালি অপাৰ বালি। সি দুয়ো হাতত মুঠি মাৰি লৈছিল বালি। বালিৰ এক অনন্য স্পৰ্শত সি হৈ উঠিছিল শিহৰিত। দুয়োহাত সি সুমুৱাই দিছিল বালিৰ ভিতৰলৈ, দুয়োভৰি সি সুমুৱাই দিছিল বালিৰ ভিতৰলৈ। বালিৰ স'তে সেইদিনা সি কিমান সময় খেলিছিল তাৰ মনত নাই। সময় যেন বালিৰ চিক্‌মিকনিত থমকি ৰৈছিল।

সদায়ে শুনিছিল সি বালিৰ মাত। বালিয়ে তাক কি এক সম্মোহনী শক্তিৰে যে টানি লৈ গৈছিল নিজৰ বুকুলৈ। বালিত সি বাগৰি ফুৰিছিল। সেয়া আছিল এক বিচিত্ৰ

খেলা। এদিন সি এই বাগৰাৰ খেল খেলি থাকোঁতেই হঠাৎ তাৰ মনত জাগিল বালিৰ অন্তৰ্জগতত প্ৰৱেশ কৰাৰ ইচ্ছা। সি ভাবিলে, বালিৰো এখন অন্তৰ্জগত আছে। সেই জগত শীতলতাৰে ভৰা। নিৰুত্তাপ আৰু নিৰ্বিকাৰ।

বালিৰ অন্তৰ্জগতত প্ৰৱেশ কৰিবলৈ সি বালিত এটা গাঁত খান্দিবলৈ ধৰিলে। দুয়োহাতেৰে বালি খান্দি খান্দি সি এটা দীঘল গহ্বৰ খোৰোঙৰ নিচিনা গাঁত খান্দি উলিয়ালে। খোৰোঙটো ঠিক তাৰ শৰীৰৰ জোখেৰে সাজি উলিয়ালে সি। আৰু সেই খোৰোঙতে সি অতি সন্তৰ্পণে প্ৰৱেশ কৰিলে।

এক ছায়াময় শীতল স্পৰ্শই তাক ৰোমাঞ্চিত কৰি তুলিলে। খোৰোঙত সোমাই সি দীঘল দি পৰিল। আৰু সি তাৰ সীমিত অভিজ্ঞতা আৰু ধাৰণাৰে ভাবিলে, ইমান নিৰ্জন এই কক্ষত সিয়েই পৃথিৱীৰ আটাইতকৈ সুখী বালক। ঘৰৰ পৰা মনে মনে ওলাই গৈ, কেতিয়াবা স্কুলৰ পৰাও পলাই গৈ সি প্ৰায়ে সেই বালিচৰলৈ ঢাপলি মেলা হ'ল। পাছলৈ সি তাৰ গাৰ সকলোবোৰ কাপোৰ খুলি সম্পূৰ্ণ নঙঠা হৈ বালি খোৰোঙত সোমাই থকা হ'ল।

এনেকুৱা আনন্দবোৰ আছিল কেৱল তাৰ নিজৰ। অকলে কৰা আনন্দ। কিন্তু এদিন সি তাৰ সহপাঠী আৰু লগৰী ৰাণীকো সেই বালিচৰলৈ লৈ আহিছিল। সি ৰাণীক কৈছিল যে তাৰো এটা নিজস্ব ঘৰ আছে। সি নিজ হাতে সজা ঘৰ। ছায়াময়, শীতল আৰু কোমল ঘৰ। ৰাণীয়ে তাৰ ঘৰটো চাবলৈ আহিছিল। বালিৰ মাজেৰে দৌৰি দৌৰি ফোঁপাই-জোপাই আহি দুয়ো নিৰ্দিষ্ট সেই খেলা ঠাইটুকুৰাৰ ওচৰ পাইছিল। আগদিনাখন সি সজা খোৰোঙটোৰ অৱশেষ আছিল মাত্ৰ, যি আৰু ঘৰ হৈ

থকা নাছিল। ৰাণীক চাই থাকিবলৈ কৈ সি তাৰ ঘৰ সাজিবলৈ লাগি গ'ল। এজন পৈণত মিস্ত্রীৰ দৰে তাৰ অকণমানি দুখন হাত যেন কেৱল বালিৰ খোৰোঙ সাজিবলৈকেহে অভ্যস্ত আছিল। সেয়ে অতি কম সময়ৰ ভিতৰতে খোৰোঙটো সি সাজি উলিয়ালে।

তাৰ আশ্চর্য ঘৰ দেখি ৰাণী মুগ্ধ হৈ পৰিল। সি তাৰ নবনির্মিত ঘৰটোত সাৱধানে প্ৰৱেশ কৰিলে। ৰাণীয়ে তাইৰ বিস্ফোৰিত দুচকুৰে চাই ৰ'ল খোৰোঙটোৰ ভিতৰলৈ সি চুঁচৰি চুঁচৰি সোমাই গৈ ভিতৰত দীঘল দি পৰাৰ দৃশ্য।

'মোকো সোমাব দিয়া, মোকো সোমাব দিয়া—' ৰাণীয়ে অনুনয় কৰিবলৈ ধৰিলে। সি তাইক খুব ধীৰে ধীৰে নামি আহি চুঁচৰি চুঁচৰি সাপৰ নিচিনাকৈ সোমাই আহিবলৈ ক'লে।

কিন্তু তাৰ ঘৰটো কেৱল তাৰ শৰীৰৰ জোখৰহে আছিল। দুটা শৰীৰ সোমাব পৰা জোখৰ নাছিল। ৰাণীৰ শৰীৰৰ সাপটো যেতিয়া সেই ঘৰলৈ সোমাই গ'ল, ঘৰটো ভাগি গ'ল। ঘৰটো ধুপুচকৈ আহি সিহঁতৰ গাতে পৰিল। সিহঁত হৈ পৰিল বালিময়। বালিৰ মাজৰ পৰা দুয়োটা সাপ উঠি আহিল।

তাৰ পিছদিনাখনো ৰাণী আহিছিল তাৰ স'তে। দুয়ো স্কুলৰ পৰা পলাই আহিছিল। ৰাণী ব্যাকুল হৈ পৰিছিল খোৰোঙ সাজিবলৈ। দুয়ো লগ লাগি খোৰোঙটো আগতকৈ ডাঙৰ কৰি অর্থাৎ সিহঁত দুয়োৰে শৰীৰৰ জোখেৰে সাজি উলিয়ালে। আগৰ দৰেই সি তাৰ গাৰ কাপোৰবোৰ খুলি পেলালে আৰু ৰাণীকো খুলিবলৈ নির্দেশ দিলে। সি তাইক বুজাই দিলে যে বালিৰ ঘৰত

কাপোৰ খুলিহে সোমাব লাগে।

ৰাণীয়ে কিন্তু ফ্ৰকটো খোলা নাছিল। পেণ্টটোহে খুলিছিল। তাৰ পিছত সিহঁত দুয়ো দুটা সাপৰ দৰে চুঁচৰি চুঁচৰি খোৰোঙটোলৈ সোমাই গৈছিল। এটা আছিল সম্পূৰ্ণ নাঙঠ আৰু আনজনী আছিল অৰ্ধ নাঙঠ। সেইদিনা সি নিশ্চয় শিশু আছিল। আৰু সি অকপটভাৱে তাইক কৈছিল যে সিহঁতৰ গোপন অংগত বালি সোমাব পাৰে। সেয়ে তাইক গোপন অংগ সি তাৰ হাত দুখনেৰে ঢাকি ধৰিছিল আৰু তাই ঢাকি ধৰিছিল তাৰ।

সেইবোৰ আনন্দ এতিয়া ধোঁৱাৰ দৰে উৰি গ'ল। তেনেকুৱা অপাপ শৰীৰ এতিয়া ক'ত? তেনেকুৱা অপাপ আনন্দ এতিয়া ক'ত?

মানুহজনৰ মগজুত থিয় হৈ উঠা 'অপাপ' শব্দটোৰ পিছে পিছে তেওঁ এটা ভয়ংকৰ ঘটনাৰ পিনে ঢাপলি মেলিবলৈ ধৰিলে।

ঈ

তাৰ পিতৃবিয়োগৰ খবৰ আহিছিল টেলিগ্ৰামযোগে। 'ফাদাৰ এক্সপায়াৰ্ড'— এই শব্দ দুটা দুটা গুলীৰ দৰে তাৰ মূৰত প্ৰৱেশ কৰিলে। আৰু সি এক মৰ্মান্তিক বিষত উত্তেজিত হৈ পৰিল। লগে লগে সি তাৰ ৰূমলৈ গ'ল। তলা খুলিলে আৰু দুৱাৰখন ভিতৰৰ পৰা বন্ধ কৰি দিলে।

সি বিছনাতে দীঘল দি পৰিল। ভৰিৰ জোতাযোৰ খোলাৰ অকণো ইচ্ছা প্ৰকাশ নকৰিলে। জোতাযোৰেৰে সৈতে সি বিছনাখনত বহু সময় বাগৰি পৰি থাকিল এনেয়ে।

তাৰ পিছত হঠাতে কিবা মনত পৰাৰ দৰে সি জাঁপ

মাৰি উঠিল। তাৰ কিতাপবোৰৰ পিছফালে থকা এটা কাৰ্টুনৰ পৰা সি উলিয়াই ল'লে এটা ৰামৰ বটল। গিলাচত সি এটা লাৰ্জ বনালে আৰু দেউতাকক এবাৰ পৰম হৃদয়তাৰে স্মৰণ কৰিলে। ভাবটো এনেকুৱা যে দেউতা মোক ক্ষমা কৰিবা। মই তোমাৰ আত্মাৰ সদ্‌গতিৰ হকেহে এইখিনি পান কৰিছোঁ। আজিৰ এই পানকাৰ্য মোৰ গতানুগতিক পানকাৰ্যতকৈ ভিন্ন আৰু উল্লেখনীয়। এয়া যেন মদ নহয়, মোৰ চকুলোহে, যাক মই নিজে নিজে পান কৰিছোঁ ...। আবেগত সি বিহ্বল হৈ পৰিল আৰু ঢোকে ঢোকে গাঢ় কাঢ়া তাৰ চকুলোবোৰ পান কৰিবলৈ ধৰিলে।

খিৰিকীৰে অহা এছাটি বতাহত সি দেখিলে হঠাৎ এখন বগা চাদৰৰ আচল কঁপি উঠিছে। তাৰ নাকত লাগিল বিষাদৰ এটা বগা গোন্ধ। সি মূৰ দাঙি চালে। তাৰ চকুৰ সন্মুখত ভাহি উঠিল মাকৰ কৰুণ মুখখনি। সেই মুখখনে যেন তাক ক'বলৈ ধৰিলে— 'আৰু নাখাবি বাপা। মোৰে শপত, মোক কিয় ইমান কষ্ট দিয়। দেউতাৰেতো মোক নুবুজিলেই, তয়ো মোক ঘিণ কৰ। মোৰ কোন আছে ক'। মোৰ কথা শুন বাপা।'

নিজৰ ভিতৰতে সি হাঁহি উঠিল। তাৰ মাকজনীলৈ পুতৌ হ'বলৈ ধৰিলে। মাকৰ সদ্যকৰুণ মুখখনক লৈ সি সদায় অপ্ৰস্তুত আৰু অসন্তুষ্ট হৈ আহিছে। সি বুজিলে, সেই মুখখনি এতিয়াৰ পৰা বেছি কৰুণ হৈ পৰিব। বিধৱাৰ সাজ পিন্ধি তাৰ মাক হৈ পৰিব আৰু বেছি কুৎচিৎ।

মাকৰ চেহেৰাটো মনত পৰি সি বিৰক্ত হ'বলৈ ধৰিলে। মাগুৰ মাছ বৰণীয়া গাৰ ৰং, পেটত চৰ্বী, ডিঙি আৰু গাল দুখনকো মঙহে তললৈ টানি ধৰিছে। থল

থলকৈ ওলমি আছে দুটা স্তন— যি দুটাই হেৰুৱাই পেলাইছে আকৃতি আৰু মৰ্যাদা— এই মানুহজনীৰ লগত তাৰ স্বাস্থ্যোজ্জ্বল সুন্দৰ মুখশ্ৰীৰ দেউতাকে ৰাতিবোৰ কেনেকৈ কটাইছিল । সি তীব্ৰ ঘৃণাত দেউতাক আৰু মাকৰ সম্পৰ্কৰ কথা ভাবিবলৈ ধৰিলে।

অৱশেষত সি নিজৰ মনৰ ভিতৰতে বিদ্ৰূপ আৰু কৌতুকভৰা এষাৰি কথাৰে মাকৰ প্ৰসংগটো আঁতৰাই থ'বলৈ সিদ্ধান্ত কৰিলে আৰু ভোৰভোৰাই উচ্চাৰণ কৰিলে— 'ৰাতি দেউতাই চাগে' আন্ধাৰত মাক খেপিয়াই ফুৰিবলগীয়া হৈছিল . '

সেইকাৰণেই চাগে' দেউতাকে বিচাৰি ফুৰিছিল পোহৰ। সি আন্ধাৰৰ প্ৰসংগ এৰি জঁাপ মাৰি পোহৰৰ পিনে আহিব খুজিলে। আৰু আন্ধাৰৰ পৰা জঁাপ মাৰোঁতেও তাৰ মুখৰ পৰা আপোনা-আপুনি এশাৰী বাক্য কৌতূহলপূৰ্ণভাৱে ওলাই আহিল— 'তমসো মা জ্যোতিৰ্গময় ' অৱশ্যে সি যে পোহৰত পৰিব তাৰ কোনো নিশ্চয়তা নাছিল।

উ

সৰু নগৰখনৰ এমূৰে আপেক্ষিকভাৱে কম বসতিপূৰ্ণ এটুকুৰা অঞ্চলত আছাম টাইপৰ এটা সৰু ঘৰ, যাৰ টিনপাতবোৰে ৰ'দত প্ৰতিবিম্বিত কৰি চকুক বিৰক্ত কৰিলেও সন্মুখৰ বাগিচাখনে সেই চকুক দিয়ে প্ৰত্যয়ৰ ছাঁ, শীতল সেউজীয়া প্ৰশান্তি। বিভিন্ন ৰঙৰ ফুল আৰু সেউজীয়া গছ-গছনিয়ে ঘৰটোৰ সন্মুখৰ সৰু কিন্তু পৰিপাটী বাগিচাখনক জাতিষ্কাৰ কৰি ৰাখে। সেই ঘৰটোতেই বাস কৰে সেই পোহৰ। শুভ্ৰমসৃণ শৰীৰৰ

এডাল মমবাতিৰ দৰে কোমল কঁপি থকা পোহৰ। তাৰ দেউতাক চন্দ্ৰমলে জ্বলায় সেই মমবাতি। মমবাতিৰ পোহৰত গোটেই কোঠালিটো পোহৰ হৈ উঠে। আন্ধাৰখিনি পৰ্দাৰ তলেৰে কাঁচৰ খিৰিকীৰে দূৰলৈ গুচি যায় অন্য আন্ধাৰৰ কাষলৈ।

এখন হালধীয়া বিছনাচাদৰ প্ৰতীক হৈ উঠে পালেংখনত। এতিয়া মমবাতি জ্বলা নাই। মমৰ পোহৰত সেই হালধীয়া প্ৰতীক আৰু বেছি উজ্জ্বল হৈ উঠিব। চন্দ্ৰমল বহি আছে হালধীয়াত।

আৰু সেই মমবাতিয়ে পাকঘৰৰ ঠুং-ঠাং শব্দৰ মাজে মাজে চন্দ্ৰমললৈ চাই মিচিকিয়াইছে। চন্দ্ৰমল চিন্তাক্লিষ্ট। তথাপি তেওঁৰ চকু পাকঘৰৰ মমডালত স্থিৰ হৈ আছে। মমবাতিৰ সৰলৰৈখিক চুলি বাৰে বাৰে নিজৰ মুখলৈ বাগৰি আহি আমনি কৰিছে। চুলিবোৰ তেওঁ দুয়োহাতেৰে আঁজুৰি মূৰৰ পিছফালে বান্ধি দিয়ে। সেই দৃশ্যই চন্দ্ৰমলক কৰি তুলিছে চঞ্চলা।

চন্দ্ৰমল অধৈৰ্য হৈ পৰিছে। কেৱল হালধীয়াই চন্দ্ৰমলক অধৈৰ্য কৰি তোলা নাই। তেওঁ অধৈৰ্য হৈ পৰিছে— তেওঁ যে ঘূৰি যাব লাগিব ঘৰলৈও। বাহিৰত ইমান ঘিটমিটিয়া আন্ধাৰৰ মাজেৰে তেওঁ জানো যাব পাৰিব। আন্ধাৰ যে বাঢ়ি আহিছে। কিন্তু তেওঁ যে যাবই লাগিব। আন্ধাৰৰ অজুহাততো তেওঁ নোযোৱাকৈ থাকিব নোৱাৰিব। কাৰণ তেওঁৰ পত্নীও বৈ থাকিব বিছনাচাদৰ পাৰি। বহি থাকিব কজলাত কৰুণভাৱে, পোহৰ নুমুৱাই। পাকঘৰত ব্যস্ত মমবাতিয়ে কামৰ ফাঁকে ফাঁকে চাইছে চন্দ্ৰমললৈ আৰু ভাবিছে— আজি চন্দ্ৰমলৰ ওঁঠে জ্বলাবনে মোক।

অধৈৰ্য চন্দ্ৰমল উঠে। পাকঘৰলৈ যায়। আলফুলে চুই চাই মমবাতি। মমবাতি চন্দ্ৰমলৰ বাউসিত হাউলি পৰে। চন্দ্ৰমলে গধুৰ মমবাতিডাল লাহে লাহে টানি লৈ আহে হালধীয়াৰ ঠিক মাজলৈ। পৃথিৱীৰ আটাইতকৈ সুন্দৰতম আলিংগনেৰে সাবটি লয় সেই মমবাতি। মমবাতিৰ শিখা উন্মুখ হৈ উঠে আৰু চন্দ্ৰমলৰ দিয়াচলাইৰ কাঠীয়ে জ্বলাই দিয়ে সেই মমবাতি।

মম জ্বলি থাকে। জ্বলি জ্বলি গলি থাকে। গলি থকা মমৰ পোহৰত চন্দ্ৰমল ওলাই আহে। কজলা বিছনালৈ যে তেওঁৰ অনিবাৰ্য যাত্ৰা।

বাহিৰত নিৰন্ধ্ৰ আন্ধাৰ। চন্দ্ৰমলৰ সংবেদনশীল মনে আন্ধাৰতে গুণগুণায আন্ধাৰক উদ্দেশ্যি— 'নিৰন্ধ্ৰ হৈ তুমি বাঢ়ি আহিছা আন্ধাৰ। তোমাৰ বুকুৰ অৰণ্যত সকলোবোৰ হেৰাই গৈছে। তোমাৰ মৃত্যু বিচাৰি মই তোমাৰেই প্ৰেমিক তোমাৰেই প্ৰেমিক!'

## উ

গৰিমা বহি আছে কজলা বিছনাত। পালেংখনত পাৰি থোৱা কজলা ৰঙৰ বিছনাচাদৰখনত গৰিমাই নিজ হাতে হালধীয়া পাৰি চিলাই লৈছিল। হালধীয়াৰ সেই পাৰিটো কিবা প্ৰতীক হ'ব পাৰে বুলি গৰিমাই নাজানিছিল। প্ৰতীক কাক কয়, তাকেই নাজানে গৰিমাই। তেওঁ দেখিছিল যে কজলাৰ লগত কেৱল হালধীয়া পাৰিহে শুৱাব।

সেই কজলাৰ মাজত বহি গৰিমাই প্ৰতীক্ষা কৰিছে চন্দ্ৰমললৈ। আৰু প্ৰতীক্ষা আশাৰ এনে এক প্ৰক্ৰিয়া য'ত সময় কাঁইটৰ ওপৰত ভৰ দি আগবাঢ়ে। প্ৰতি মুহূৰ্তই হৈ পৰে গধুৰ গধুৰ একোটা শিলাখণ্ড। মাজে মাজে

হঠাৎ বিছনাচাদৰখনৰ চাৰিওফালে থকা সেই হালধীয়া চাৰিটা পাৰি কজলা ৰঙৰ ওপৰেদি বিয়পি আহে আৰু গোটেই কজলাখিনি ঢাকি ধৰে। তেতিয়া গোটেই বিছনাখন হৈ পৰে হালধীয়া। সেই হালধীয়াৰ মাজত বহি থাকে গৰিমা।

হালধীয়া গৰিমাৰ বাবে অতীত। সেই হালধীয়াত বহি গৰিমা হেৰাই যায় ধূসৰ অদৃশ্য দিনবোৰলৈ। ঘৰৰ একমাত্ৰ ছোৱালী আছিল গৰিমা। মাক-দেউতাকৰ বুকুৰ টোপাল। মাক-দেউতাকৰ বুকুৰ উষ্ণতাৰ মাজত লহ-পহকৈ বাঢ়ি আহিছিল তাই। যেন এটা গছৰ পুলি আকাশ ধিয়াই দীঘল হৈ আহিছে।

গৰিমাৰ মনত পৰিল স্কুলৰ দিনটোলৈ। তেজেৰে কেনেকৈ ৰঙা পৰিছিল সেই দিনটো। আনদিনাৰ দৰে তাই সেইদিনাও গৈছিল স্কুললৈ। স্কুলখন আছিল কেৱল ছোৱালীৰ বাবে। স্কুলৰ চৌপাশে ওখ পকী দেৱাল। সন্মুখত লোহাৰ প্ৰকাণ্ড গে'ট। সেই লৌহ কপাট পাৰ হৈ কোনেও জুমি চাব নোৱাৰে ভিতৰলৈ। কঠোৰ শাসনৰ বেষ্টনীৰ মাজত গৰিমাহঁতে স্কুলৰ দিনবোৰ পাৰ কৰিবলগীয়া হৈছিল।

সপ্তম শ্ৰেণীৰ অংকৰ ক্লাছত হঠাৎ গৰিমাই অনুভৱ কৰিলে তাইৰ গোপন তলপেটটো গৰম হৈ উঠে। এটা মৃদু উত্তাপে তাইক ঘমাই আনিলে। তাই শিক্ষকক সুধি বাথৰুমলৈ গ'ল। তাইৰ যেন অনুভৱ হ'ল এটা গৰম সোঁত তাইৰ অংগেৰে ওলাই আহিছে আৰু যেতিয়া তাই দেখিলে তাইৰ সেউজীয়া স্কাৰ্টটোত এটুকুৰা তেজৰ মখা, ভয় আৰু লাজত তাই কান্দি উঠিল।

গৰিমাই সেই নাৰীত্ব প্ৰাপ্তিৰ সেই দিনটোলৈ মনত

পেলাই ভাবিলে সেই প্ৰথম দিনাৰে পৰা তাই তাইৰ গোপন অংগ কেৱল চন্দ্ৰমলৰ বাবে সঞ্চিত কৰি থৈছিল। কিন্তু চন্দ্ৰমলে?

গৰিমাৰ হালধীয়া হৈ উঠা বিছনাচাদৰখন হঠাতে পুনৰ কজলা পৰিল। হালধীয়া পাৰিটো নামি গৈ নিজৰ স্থানত থিতাপি ল'লে।

তেনেতে দুৱাৰত চন্দ্ৰমলৰ আঙুলিৰ টোকৰ। গৰিমাই দুৱাৰ খুলি দিলে। কিন্তু গৰিমাই দুৱাৰ খুলি দিলে কাক?

যিজন ভিতৰলৈ সোমাই আহিল সেযা এছটা আন্ধাৰ।

ঋ

ৰাতিপুৱাটো লাহে লাহে পূৰঠ হৈ আহিবলৈ ধৰিলে। ওঁ, আৰু সেই আন্ধাৰ কোঠালিৰ বাসিন্দা— আমাৰ কৰ্তাজনে ৰাতিপুৱাটোক মানসিকভাৱে স্বীকাৰ কৰি ল'লেও তেওঁৰ কোঠালিটোৱে তেতিয়াও পোহৰক প্ৰতিহত কৰি ৰাখিছিল। আন্ধাৰমিশ্ৰিত এক আলস্যই তেওঁক তেতিয়াও বিছনাতে পেলাই থৈছিল। তেওঁৰ কোঠালিটোৰ বাহিৰত যি পোহৰ উদ্ভাসিত হৈ আছে, যি পোহৰ সূৰ্যোদয়ৰ বাবে -- সেই সূৰ্যোদয় প্ৰকৃততে নাছিলেই। কিয়নো, সূৰ্য সদায় একে ঠাইতেই থাকে। পৃথিৱীৰ আৱৰ্তনৰ বাবেহে এই পোহৰ-আন্ধাৰৰ ঘটনা। যি ঘটনা অতি সাময়িক। পোহৰ আৰু আন্ধাৰৰ মাজত কোনো দ্বন্দ্ব থাকিব নোৱাৰে। অথচ আমি সকলোৱে এই দ্বন্দ্বৰ মাজতে বাস কৰোঁ। দিন-ৰাতিৰ বিজ্ঞানেৰে মানুহজনে আন্ধাৰ-পোহৰৰ এক কেঁচা দৰ্শনত নিজৰ ভাবনা আগুৱাই নিবলৈ ধৰিলে।

তেওঁৰ ইমান জোৰেৰে লাগিছিল বাথৰুমলৈ নগ'লে

নহ'ব। তেওঁ ভাবিলে যে এইবাৰ তেন্তে উঠিবই লাগিল। উঠিলেই তেওঁৰ দিনটোৰ কাৰ্য-ক্ৰমণিকা আৰম্ভ হ'ব। লগে লগে তেওঁ দিনটোৰ কাৰ্যাৱলীবোৰ যুকিয়াই ল'বলৈ ধৰিলে। বাথৰূমলৈ যাব— বাথৰূমৰ পৰা আহি দাঁত ব্ৰাছ কৰিব, মুখ-হাত ধুব, গা নোধোৱে, চাহ একাপ নিজে বনাই খাব নে নাখাব— খাব, নাই নাই নাখাব, বাহিৰত খোৱাই ঠিক হ'ব, দেৰি হৈছে— চাহৰ লগত কি খাব— ভোক লাগিছে— কি খোৱা উচিত হ'ব বাৰু— ৰসমলাই খাব নেকি— ৰসমলাই খাই থাকোঁতে যদি তাত এটা মাখি পৰে— কি হ'ব— ভাল হ'ব— মাখিটো দেখুৱাই সি দোকানৰ মালিকজনৰ লগত তৰ্ক কৰিব— মালিকজনে হয়তো ৰসমলাইটোৰ দাম নলওঁ বুলি ক'ব— কিন্তু সি নামানিব— দামটো মুখ্য কথা নহয়— দোকানখন কিয় স্বাস্থ্যসন্মত নহয়— সি তাৰে অভিযোগ কৰিব— আপুনি বহুত বেছি কৰিছে বুলি মালিকে তাক দুৰ্ব্যৱহাৰ কৰিব— সি গুচি আহিব খঙত— কিন্তু গুৰুত্ব নিদিব— সি গ্ৰাহক সুৰক্ষা সমিতিলৈ এখন চিঠি লিখাৰ কথা ভাবিব— লগে লগে ড্ৰাফট বনাব— ড্ৰাফটখন জেপত ভৰাব— অফিচ ছুটী হ'লে সি বেগাই বেগাই উলটি আহিব— চাৰিআলিটোত সি দেখিব বহুত মানুহ— সি ভাবিব এয়ে উপযুক্ত সময়— মানুহবোৰক মাখিটোৰ কথা ক'ব লাগিব। সি চাৰিআলিটোৰ সোঁমাজতে থিয় হ'ব— গাড়ীবোৰে তাক দেখি হৰ্ণ বজাব— সি লৰচৰ নকৰে— ট্ৰেফিক জাম হ'ব— গাড়ীৰ পৰাও গাড়ীৰ ভিতৰৰ মানুহবোৰ ওলাই আহিব— সকলোৱে তালৈ কৌতূহলেৰে চাব— আৰু তেতিয়াই ঠিক তেতিয়াই সি মুখ মেলিব— তাৰ মাতটো প্ৰথমতে সৰুকৈ

ওলাব— সি সেপ গিলি ডিঙিটো পৰিষ্কাৰ কৰি ল'ব— তাৰ পিছত সি ক'বলৈ আৰম্ভ কৰিলে— সি ক'ৰ পৰা আৰম্ভ কৰিব— মাখিটোৰ পৰা নে— ৰসমলাইৰ পৰা— নে দোকানৰ মালিকৰ পৰা—

কথা কোৱাৰ তাৰ অভ্যাস নাই— তাৰ সকলো খেলিমেলি হৈ গ'ল—

ইমান সময় ধৈৰ্যৰে তেওঁৰ কোঠালিটোৰ বস্তুবোৰ ৰৈ আছিল। কিন্তু আলনাখনৰ ধৈৰ্যচ্যুতি হ'ল। আলনাখনে আৰু ৰ'ব নোৱাৰিলে। আলনাখনৰ পৰা ঘিউ ৰঙৰ পাযজামাটোৱে মাত দিলে—

'তুমি বিছনাৰ পৰা উঠি আহাঁচোন। তোমাৰ ইমান জোৰে লাগিছে, তথাপি তুমি উঠি অহা নাই। উঠি আহাঁ উঠি আহাঁ। মোক পিন্ধি লোৱা।'

পাযজামাৰ কথাত আলনাখনত থকা সকলোবোৰ কাপোৰে হযভৰ দিলে— 'এৰা এৰা উঠি আহাঁ। তোমাক কাবৌ কৰিছোঁ— তুমি এনেকৈ এতিয়ালৈকে পৰি থকাটো আমি চাই থাকিব পৰা নাই। দুৱাৰ-খিৰিকীবোৰ অলপ খুলি দিয়াচোন। চোৱা বাহিৰখন ৰ'দত কেনেকৈ চিক্‌মিকাই আছে। কেৱল আমি, তোমাৰ লগতে আমিহে এই আন্ধাৰত।'

আইনাখন, আলমাৰীটো, মেজখন, বিছনাখন, কিতাপবোৰ, পানীৰ বটলটো আৰু গিলাচটোৱেও সমস্বৰে ক'বলৈ ধৰিলে— 'উঠি আহাঁ, উঠি আহাঁ। দুৱাৰ-খিৰিকীবোৰ মেলি দিয়াচোন। আমাক অলপ পোহৰ দিয়া। আমাক কিয় শত্ৰু বুলি ভাবা? আমি তোমাৰ শত্ৰু নহয়, আমি তোমাৰেই, আমি তোমাৰেই দাস।'

আইনাখনে ক'লে— 'চোৱা, মই কেৱল আইনা নহয়,

মোৰ ভিতৰত প্ৰতিবিম্বৰ সত্তা আছে।'

আলমাৰীটোৱে ক'লে— 'মোৰ ভিতৰত ঠাক্ ঠাক্ পৃথিৱী আছে।'

মেজখনে ক'লে— 'মোৰ পিঠিত আকাশ আছে।'

কিতাপবোৰে ক'লে— 'আমি কেৱল কাগজত বন্দী আখৰ নহয়, আমাৰ ভিতৰত বিবেক আছে।'

পানীৰ বটলটোৱে ক'লে— 'মই কেৱল বটল নহয়, মোৰ ভিতৰত পানী আছে।'

গিলাচটোৱে ক'লে— 'মই কেৱল গিলাচ নহয়, মোৰ ভিতৰত শূন্যতা আছে।'

সকলোৱে সমস্বৰে ক'বলৈ ধৰিলে— 'আমি তোমাৰেই— আমি তোমাৰেই। আমি তোমাৰ লগতে থাকিম। তুমি যদি মাখিটোৰ কথা ৰাইজক ক'বলৈ যোৱা আমিও তোমাৰ লগত যাম।'

## ছয়

ৰাহুল, অৰূপা দত্ত, 'প্যাৰ তো হোনা হী থা' আৰু সীমান্ত বৰুৱাৰ উপন্যাস— এই সকলোবোৰ যদি এখন জাল আছিল, সেই জালত মই পৰিছিলো। কিন্তু সেই জাল ফালি পেলাবলৈ মোৰ বুকুত থকা ছুৰীখন এতিয়ালৈকে মই উলিয়াই ল'ব পৰা নাই, বা উলিয়াবলৈ ইচ্ছা কৰা নাই। কাৰণ, এতিয়ালৈকে এই জালে মোৰ একো ক্ষতি কৰিব পৰা নাই। বৰং এই জালত সোমাই মোৰ নিঃসংগতা কাটি গৈছে।

কিন্তু পৰিবৰ্তন এটা হৈছে। মই অনুমান কৰিলো— 'প্যাৰ তো হোনা হী থা' চাবৰ দিনাখনৰে পৰা মোৰ চকুৰ পৰা টোপনি ক'ৰবালৈ উৰি গৈছে। বিছনাত মই চকু মেলি প্ৰায় গোটেই ৰাতি নিথৰ হৈ পৰি থাকোঁ। আৰু মই দেখা পাওঁ মোৰ মূৰৰ ওপৰত চাল, চালৰ ওপৰত আকাশ, আকাশৰ ওপৰত স্বৰ্গ। মই দেখা পাওঁ মোৰ বিছনাৰ তলত পকী মজিয়া,

তাৰ তলত আন্ধাৰ মাটি, মাটিৰ তলত নৰক। আৰু মই চৰাইৰ ডেউকা পিন্ধি ঘূৰি ফুৰোঁ গোটেই ৰাতি স্বৰ্গ আৰু নৰকৰ মাজে মাজে।

তাৰ মাজতে যদি মই জাগি জাগি ভাগৰি অলপমান কেতিয়াবা টোপনি যাওঁ, সেই টোপনিখিনিক নিদ্ৰা বুলিব নোৱাৰি। সেয়ে নিদ্ৰাৰ বাবে মই উদ্যোগ ল'বলগা হয়। মই ভাবোঁ— মোৰ চেতনাই অধিক ক্ষীপ্ৰগতিত ভ্ৰমি ফুৰিলে এক মানসিক ক্লান্তিৰ সৃষ্টি হ'ব, যি ক্লান্তিয়ে মোৰ চকুলৈ নমাই আনিব টোপনি। গতিকে মই ঠিক কৰিলো যে ৰাতি ৰাতি মই ঘৰৰ পৰা ওলাই যাম আৰু নগৰখনৰ নিঃশব্দ নিৰ্জন পথবোৰত বিচৰণ কৰি ঘূৰি ফুৰিম।

প্ৰথম দিনা ৰাতি যেতিয়া মই ঘৰৰ পৰা ওলাই পদূলিমুখ পাইছোঁ, মোৰ নাকত আহি লাগিল এছাটি সুগন্ধ। ইফালে-সিফালে চাই মই দেখিলো মোৰ ঘৰৰ কাষতে ফুলি আছে ৰজনীগন্ধা। কোনে ৰুই গ'ল মোৰ ঘৰৰ কাষত শাৰী শাৰী ৰজনীগন্ধা। মই লাজকুৰীয়া ফুলবোৰ চুই চালো। ইমানদিনে কাহানিও মই এনেকৈ ফুলৰ কাষ চাপি পোৱা নাই। জীৱনত যেন এই প্ৰথমবাৰ দেখিলো ফুল। ফুলি আছে নিৰ্জনতাত।

তাৰ পিছত মই গৈ নগৰখনৰ মাজমজিয়াত থকা পুখুৰীটোৰ কাষ পালোগৈ। এছাটি শীতল বতাহত মূৰ থৈ নগৰখন শুই আছে এটা ৰাতিৰ গাউন পিন্ধি। জোনাকে তিয়াই দিছে নগৰখন। মই পৃথিৱীৰ আটাইতকৈ কঠিন শিলটো— যি পৰি আছে পুখুৰীটোৰ পাৰত, তাত গৈ বহিলো। কজলা শিলটো জোনাকত বেছি শেঁতা পৰিছিল। হঠাৎ মই অনুভৱ কৰিলো শিলটো কঠিন নহয়, শিলটো চেঁচা নহয়। শিলটো কোমল আৰু উষ্ণ। মই আচৰিত হৈ খুঁটি খুঁটি শিলটো চাবলৈ ধৰিলো— চাৰিখন ভৰি আছে আৰু আছে এখন মুখ, চকু দুটা মুদ খাই থকা। মই জোনাকত স্পষ্টকৈ চিনি পালো এইটো শিল নহয়, এটা জলহস্তীহে। তাৰ নাকৰ পৰা ওলোৱা শ্বাস-প্ৰশ্বাসৰ স্পষ্ট শব্দ মই শুনিবলৈ পালো। জোনাকত শুই থকা লালকাল জলহস্তীটো দেখি মই অকণো ভয় নাখালো। কিন্তু আচৰিত হ'লো ক'ৰ পৰা কেনেকৈ আহিল জলহস্তীটো।

মই ভাবিলো— নিশ্চয় চিৰিয়াখানাৰ পৰাই ই আহিব লাগিব, নহ'লে আহিব ক'ৰ পৰা? মই বেগাই গৈ চিৰিয়াখানাৰ গে'ট পাবলৈ বেছি সময় নালাগিল। হয়, মোৰ অনুমানেই ঠিক— জোনাকে চিৰিয়াখানাৰ গে'ট খুলি দিছে। জন্তুবোৰক আবদ্ধ কৰি ৰখা লৌহ কঠিন গঁৰালবোৰ জোনাকত গলি গৈছে. সকলো লালকাল গৈছে জোনাকত। জোনাক যেন এবিধ টোপনিহে।

বিস্ময়ত মোৰ ফাটি পৰোঁ পৰোঁ অবস্থা। কাক ক'ম কাক ক'ম এই কথা? কাক ক'ব পাৰি এনে অবাস্তৱ দুৰ্লভ দৃশ্যৰ কথা। মই প্ৰায় দৌৰি আহি মোৰ ঘৰ পালো। ফোনটো তুলিলো। আৰু ৰিং কৰিলো অৰূপা দত্তলৈ।

সিপাৰত ক্ৰিং ক্ৰিংকৈ বাজি বাজি ফোনটো বৈ গ'ল। তাৰ পিছত কোনোবাই মাত দিলে— হেল্ল'।

'কোন?' মই সুধিলো।

সিপাৰৰ পৰা উত্তৰ আহিল— নিৰ্জনতা।

## সাত

এনেবোৰ অজস্ৰ নিদ্ৰাবিহীন ৰাতিৰ মাজৰ মাথোঁ এটা ৰাতি আছিল অনন্য। সেইদিনা অৰূপা দত্তই মোক ডিনাৰ খাবলৈ মাতিছিল।

ঘড়ী চাই ঠিক আঠ বজাত মই ঘৰৰ পৰা ওলাইছিলো আৰু ঠিক কেইবজাত অৰূপা দত্তৰ ঘৰ পালো— জানিবলৈ মই ঘড়ী নাচালো। কিন্তু ৰাহুল আৰু পখী শুই পৰিছিল তেতিয়া।

'ৰাহুলহঁত আজি সোনকালে শুলে দেখোন।' মই অৰূপা দত্তৰ পিনে নোচোৱাকৈ ক'লো।

'অঁ, আজি সিহঁতৰ এনুৱেল স্প'ৰ্টছ আছিল। দিনটো তাতেই গৈছে আজি। হোমৱৰ্কো নাই, সেয়ে শুই গৈছে। আপুনি আহিব বুলি সিহঁতক কোৱা নাই। কোৱা হ'লে ৰাহুল ইমান সোনকালে নুশুলেহেঁতেন।'

ফ্ৰিজত যেনেকৈ শীত উৎপন্ন হয়, তেনেকৈ ৰাহুলহঁত শুই থকা

বিছনাখনৰ পৰা যেন নিৰ্জনতা উৎপন্ন হৈছিল। আৰু গোটেই ঘৰটো সেই নিৰ্জনতাই বুৰাই পেলাইছিল। অৰূপা দত্তই মোক ৰান্ধনীঘৰৰ লগত সংলগ্ন ডাইনিং ৰুমটোলৈ মাতি নি বহুৱালে। গোটেই ঘৰটোত মৰিশালিৰ নিৰ্জনতা। ৰান্ধনীঘৰত যদিও গেছ ষ্টোভটো জ্বলি আছে আৰু তাৰ ওপৰত কিবা উতলি আছে, সেই শব্দয়ো নিৰ্জনতাক অধিক জীৱন্তহে কৰি তুলিছে।

ঘৰুৱা পৰিৱেশত, ঘৰুৱা সাজ-সজ্জাত অৰূপা দত্তক বেছি অন্তৰংগ আৰু আকৰ্ষণীয় হে পৰা যেন লাগিছে। উতলি থকাখিনি আছিল গাখীৰ। অৰূপা দত্তই মোৰ হাতত একাপ কফি তুলি দিলে।

'একাপ কফি খাই লওক।'

'নহ'লেও হ'লহেঁতেন।' মই ক'লো।

'খাওক। মোৰ প্ৰায় হৈছেই। ইহঁতে একো নোখোৱাকৈয়ে শুই গ'ল। সেই গধূলিতে গাখীৰ খোৱা। খোৱা-লোৱাত ইহঁত বৰ বেয়া। মোৰ এটা ডাঙৰ সমস্যা এইটো। নোখোৱাকৈ কেনেকৈ জীয়াই থাকিব কওক। আৰু সিহঁতে নাখালে মোৰেই বা খাই ক'ত শান্তি?'

'আজিকালি সকলো ল'ৰা-ছোৱালী একে, নাখায়। সকলো মাক-দেউতাকৰ মুখত শুনো এই একেটাই সমস্যা। সিহঁতে নোখোৱাৰ কাৰণ মানসিকো হ'ব পাৰে। পঢা-শুনাৰ বোজায়ো সিহঁতৰ আনন্দ নোহোৱা কৰিছে।' মই ক'লো।

'হয়, সকলোৱে নাখায়। কিন্তু ইহঁতৰ সমান নহয় জানে! ইহঁতে কেনেকৈ নাখায়— দেখিলে ভয় লাগি যায়। একদম এম্‌টি ষ্ট'মাক স্কুললৈ যায় বুইছেনে। সিহঁতে তেনেকুৱা কৰিলে মই ক'ত খাব পাৰোঁ কওক। সেইদিনা যে চিনেমা চাবলৈ গৈছিলো আপোনাৰ লগত, সেইদিনাই অলপ মুকলি মনেৰে শান্তিত বহুদিনৰ মূৰত ভাত এসাঁজ খাইছিলো।'

'কিয় আপুনিতো সেইখন হোটেলত মাজে মাজে লাঞ্চ কৰিয়ে থাকে।' এঢোক কফি গিলি মই ক'লো।

'অঁ, মাজে মাজে সীমান্ত বৰুৱাৰ লগত যাবলগা হয়। তেওঁ কেতিয়াবা কেতিয়াবা হঠাৎ আহি মোৰ অফিচ ওলায়হি আৰু লাঞ্চ খাবলৈ লগ

ধৰে। তেওঁ সদায় মোৰ মেনুমতে লাগ কৰিব খোজে।'

'এইকেইদিনত সীমান্ত বৰুৱাক লগ পাইছিল নেকি? মই উপন্যাসখন পঢ়িলো।'

'পঢ়িলে? কেনেকুৱা পালে?'

'ভাল। তেওঁ সঁচা কাহিনীটো একেবাৰে মিছা কৰি পেলাইছে। ভাল লাগিল মিছা লিখাৰ টেকনিকটো। মই আগেয়ে এইধৰণৰ উপন্যাস কেতিয়াও পঢ়া নাই।'

'অঁ, তেওঁ মিছা মিছা কথাৰে সঁচা কাহিনীটো কৈ গৈছে। আপুনি মন কৰিছেনে উপন্যাসখনৰ প্ৰত্যেকটো বাক্যই মিছা। কিন্তু সেই মিছা বাক্যবোৰৰ মাজেদি সঁচা কাহিনীটো কেনেকৈ ফুটি ওলাইছে।'

মই শলাগিলো। উপন্যাসখন পঢ়াৰ পাছত সীমান্ত বৰুৱাৰ প্ৰতি মোৰ মনোভাব অলপ কুমলিছিল। কফি শেষ। কাপটো ডাইনিং টেবুলখনত থোৱাৰ পাছত আকৌ নিৰৱতাই লাহে লাহে আমাক গিলিবলৈ ধৰিলে। অৰূপা দত্ত ৰান্ধনীঘৰৰ ষ্ট'ভৰ কাষত। কিন্তু তাৰ পৰা দুয়ো দুয়োকে দেখা পাই আছোঁ। যদিও নিৰৱতাই আমাৰ দূৰত্ব বঢ়াই তুলিছে, কিমান সময় এনেকৈ দুয়ো মৌন হৈ আছিলো ক'ব নোৱাৰো। হঠাৎ অৰূপা দত্তই মাত দিলে—

'চুপ হৈ ৰ'ল যে? কি ভাবিছে? ভাত-পানী ৰেডী। আনোনে?'

'আনক।' মই ক'লো।

অৰূপা দত্তই এপদ এপদকৈ খোৱা সামগ্ৰীৰে মোৰ সন্মুখৰ টেবুলখন ভৰাই পেলালে। মই উঠি গৈ বেছিনটোত হাতখন ধুলো আৰু আগেয়ে বহি থকা চকীখনকেই সামান্য ইফাল-সিফাল কৰি বহিলো। মোৰ সন্মুখা-সন্মুখিকৈ তেৰোঁ বহি পৰিল।

'আজিকালি এনেকৈ ডাইনিং টেবুলত বহি খোৱাই নপৰে।' তেওঁ ক'লে। 'সিহঁতেতো ডাইনিং টেবুলত নবহেই। সিহঁতৰ লগত ময়ো বিছনাত, বাৰাণ্ডাত, য'তে-ত'তে খাই দিওঁ। অকলে অকলে ডাইনিং টেবুলত বহি খাবই নোৱৰা হ'লো।'

'বহুত বনাইছে দেখোন।' মই খোৱা বস্তুবোৰৰ পিনে চাই ক'লো।

'খাওক। আপুনি বা কি খাই ভাল পায় নাজানো নহয়। যি ভাল পায খাওক। আপোনাৰ কাৰণেই বনাইছোঁ। কিন্তু আজি এজন বিশেষ মানুহে ভাল পোৱা আইটেম বনাইছোঁ।'

'কোন মানুহ?'

'ৰাহুলৰ দেউতাক। ৰাহুলে আপোনাক একো কোৱা নাই দেউতাকৰ বিষয়ে?'

'নাই, নাই কোৱা। মাত্র এদিন মই দেউতাকৰ কথা সোধোঁতে সি কৈছিল— 'প্লিজ আংকল মোক কোনোদিনে দেউতাৰ কথা নুসুধিব।' তাৰ পিছত আৰু মই তাক কোনোদিন একো সোধা নাছিলো।'

'নক'ব আৰু, সেইবিলাক বহুত কথা। অৱশ্যে ৰাহুলৰ ওপৰত সেই কথাবোৰে লাহে লাহে ক্রিয়া কৰিবলৈ ধৰিছে কিজানি। দেউতাকৰ ওপৰত তাৰ অভিমান থকাটো স্বাভাৱিক।'

মই ভাতৰ পাহাৰটোৰ পৰা তিনিটামান টিলা কাটি আনি মোৰ থালত থ'লো আৰু এটা পাত্রলৈ আঙুলিয়াই সুধিলো— 'এয়া খাৰ নেকি?'

'হয়, খাৰ। বন্ধা কবিৰ পাতেৰে বনোৱা। আপুনি নাখায় নেকি?'

'মই ৰাতি খাৰ নাখাওঁ। এনেয়ে খাৰ খাই খুব ভাল পাওঁ।'

'ৰাতি খাৰ নাখায়, কিয়?'

'সেই সৰুৰে পৰা নাখাওঁ। আমাৰ ঘৰত নচলিছিল। ৰাতি খাৰ খোৱাটো আমাৰ ঘৰত মানা আছিল। ৰাতি হেনো খাৰ খাব নাপায়। ঘৰুৱা সংস্কাৰ বুলি ক'ব পাৰে। কিয় নাজানো সেই সৰুতে মনত সোমাই যোৱা ধাৰণাটো আজিও ওলাই যোৱা নাই। ৰাতি খাৰ খালে ক'ৰবাত কিবা যেন সলনি হৈ যাব এনেকুৱা ভাব।'

'ঠিক আছে নালাগে বাৰু খাৰ খাবলৈ। মাছৰ আঞ্জা লওক, মাছ ভাজি লওক। পর্ক খায়নে? পর্কো আছে, মটনো আছে। যি ভাল পায় লওক।' এটা পাত্রলৈ আঙুলিয়াই ক'লে— 'সেয়া বিলাহী আৰু কণী ভজা— খাই চাওকচোন, তেওঁৰ বৰ প্রিয় আছিল।'

তেওঁৰ প্ৰিয় খাদ্য যে সকলোৰে বাবে ৰুচিকৰ হ'ব তাৰ কোনো মানে নাই। কিন্তু ভদ্ৰতাৰ খাতিৰতেই মই সকলোবোৰ আইটেম এপদ এপদকৈ খাই থাকিলো।

'পৰ্ক মোৰো প্ৰিয় . ।' মই ক'বলৈ ধৰিলো— 'এবাৰ কি হ'ল জানে— মই গাহৰিৰ মাংস ভাল পোৱা কাৰণে এজনী বাইদেৱে প্ৰায় চল্লিশ কিলোমিটাৰ দূৰৰ পৰা মোক গাহৰিৰ মাংস দিবলৈ আহিছিল। কাজিৰঙাৰ পৰা অনা বনৰীয়া গাহৰিৰ মাংস। বাইদেৱে আহি উৎসাহত ক'ত কেনেকৈ পালে, কি কি কৌশল কৰি আনিলে তাক ফটাফট ক'লে, নবহেই— ঘৰত মাংসসোপা আছে, গৈ ৰান্ধিব লাগে। লৰালৰিকৈ গুচি গ'ল। পৰম উৎসাহত আৰু কিজানি এক বন্য লোভত ময়ো আলু-পিয়াঁজ কাটি ৰেডী হ'লো মাংস বনাবলৈ। ফ্ৰিজটো খুলি দেখোঁ মাংস নাই। নাই যে নায়েই। মই ভাবিছিলো মাংসখিনি বাইদেৱে ফ্ৰিজত থৈছে। পাম যোৱা বেলুনৰ দৰে মোৰ লোভ জামৰি গ'ল। পাছত বাইদেৱে ঘৰ পাইহে গম পালে যে তেওঁ গাড়ীৰ পৰা মাংসৰ টোপোলাটো ননমালেই।'

অৰূপা দত্তই হাঁহিলে। কিন্তু সেই হাঁহিত অকণো শব্দ নাছিল। নিঃশব্দ শেঁতা হাঁহি। আমাৰ খোৱা টেবুল আকৌ গধুৰ হৈ আহিল। এচপৰা ডাৱৰে যেন আহি নিয়ন লাইটৰ ৰাতিৰ সূৰ্যটোক ঢাকি ধৰিলে। মই লক্ষ্য কৰিলো তেওঁৰ দুচকু বাষ্পাকুল হৈ উঠিছে।

মই তেওঁৰ মুখৰ পিনে চাই ক'লো— 'খাওক, আপুনি দেখোন খোৱাই নাই— লিৰিকি বিদাৰিহে আছে, মইহে খাই আছোঁ।'

'তেৰোঁ সদায় গাহৰিৰ মাংস বনালে বনৰীয়া গাহৰিৰ মাংসৰ কথা কৈছিল। গাহৰিৰ মাংস খাই থাকোঁতে বনৰীয়া গাহৰিৰ মাংসৰ প্ৰতি তেওঁৰ লোভ জাগি উঠা কথাটোৱে মোক বৰ বিমোৰত পেলাইছিল। কি থাকে বনৰীয়া গাহৰিৰ মাংসত কওকচোন— কেৱল ফেটছ নাথাকে— ফেটছ পুৰুষ মানুহে ইমান বেয়া পায় কিয়?'

মই অলপ লজ্জিত হ'লো। অলপ অস্বস্তিত পৰিলো। মোৰ কথাই অৰূপা দত্তক হাৰ্ট কৰিছে— 'আচলতে মই কথা প্ৰসংগতেই বনৰীয়া

গাহৰিৰ মাংসৰ কথা কৈছিলো। বনৰীয়া বুলি মোৰ কোনো দুৰ্বলতা নাই।'

অৰূপা দত্ত ভীষণ গহীন হৈ গ'ল। খুব লাহে লাহে তেওঁ এগৰাহ-দুগৰাহকৈ মুখৰ ভিতৰলৈ ভাত তুলি নিছে। মোৰ এনে লাগিছে যেন তেওঁ তুলি লোৱা ভাতৰ গৰাহবোৰ শিলৰ দৰে গধুৰ হৈ উঠিছে। মোৰ খোৱা প্ৰায় শেষ। খাৰৰ বাহিৰে মই সকলোবোৰ আইটেম তৃপ্তিৰেই খালো। অৰূপা দত্তই শান্তিত ভাত খাব পাৰিলেনে? নিজকে মোৰ দোষী দোষী লাগিল। মই ক'লো— 'চাওঁ খাৰৰ বাটিটো আগবঢাই দিয়কচোন— খাওঁ দিয়ক, একো নহয়।'

অৰূপা দত্তই বাটিটো আগবঢাই দিলে।

মই লক্ষ্য কৰিলো, ডাৱৰছটা আঁতৰি গ'ল।

## আঠ

খাই-বৈ উঠি মই ড্ৰইংৰূমৰ ছোফা এখনত গৈ বহিলো। কিছু সময় পাছতে অৰূপা দত্তই কাপোৰ সলাই আহিল। তেওঁ এটা ক'লা ৰঙৰ গাউন পিন্ধিছে। চুলিখিনি খোপাৰ পৰা খুলি পিঠিত এৰি দিছে। কিন্তু গোটেইখিনি চুলি পিঠিতে পৰি থকা নাই। তাৰে প্ৰায় আধাভাগ এখন কান্ধেৰে নামি আহি বুকুতো পৰি আছে। তেৰোঁ আহি এখন ছোফাত বহিল। তেওঁৰ হাতত এখন ফণি।

মোৰ ছুৰীখনলৈ মনত পৰিল। মই বুকুত খেপিয়াই চালো ছুৰীখন। কিন্তু ছুৰীখন তেতিয়া মোৰ তেজৰ স্ৰোতত উটি গৈছে।

মই একো কোৱা নাই। তেৰোঁ নাই কোৱা। মোৰ ক'বলগা একো নাই। তেওঁৰ ক'বলগা কথাবোৰে তেওঁক মূক কৰি ৰাখিছে। এখন যেন মহাভাৰত তেওঁৰ বুকুত গুঁজৰি-গুমৰি আছে, অথচ আমাৰ মৌনতাৰে গজি উঠিছে এডৰা ঘাঁহনি। আৰু ড্ৰইংৰূমৰ মজিয়াত পৰি কাৰ্পেটখনক ঘাঁহনিয়ে ঢাকি ধৰিছে।

এনেকুৱা মৌনতা বিপজ্জনক। এই মৌনতা ধাৰণ কৰিব নোৱাৰি। এই মৌনতাই মনক নৰকলৈ টানি নিব পাৰে। তাতে মোৰ ছুৰীখনো

হেৰাই গৈছে। সেয়ে মৌনতা ভংগ কৰি মই ক'লো—

'কওক কিবা।'

'কি ক'ম?'

'আপোনাৰ কথাবোৰ। সঁচাকৈয়ে আজি মোৰ আপোনাক জানিবলৈ মন গৈছে।'

'শুনিব?'

'শুনিম। কওক।'

'তেনেহ'লে আজি ৰাতিটো আপুনি ইয়াতেই থাকিব লাগিব। এনেয়েও এতিয়া আপুনি ঘূৰি যাবলৈ একো নাপাব। খোজকাঢ়ি যাবলৈও যথেষ্ট দূৰ হ'ব।'

'নাই, মই খোজকাঢ়ি যাব পাৰিম। মোৰ অভ্যাস আছে। মইতো সদায় ৰাতি ৰাতি এই গোটেই নগৰখন খোজকাঢ়ি ঘূৰি ফুৰোঁ। কাৰণ মোৰ টোপনি নাহে। আপোনাৰ মৰা হাতখন চুবৰ দিনাৰে পৰা মোৰ টোপনি ভাঙি গৈছে।' মই নিজে নিজে তেওঁৰ জালৰ ভিতৰত ভৰি পাক খুৱাই জঁট লগাই দিলো আৰু মই যে তেওঁৰ জালত পৰি আছোঁ তাকে প্ৰকাশ কৰি দিলো।

'হয় নেকি, আপুনিতো মোক কোৱা নাই?'

'সকলো কথা কিয় ক'ম। আৰু সেইটো মোৰহে সমস্যা। আপোনাৰ নহয়। ঠিক আছে, আজি ৰাতি মই আপোনাৰ ইয়াতে থাকিম। গোটেই ৰাতি কথা পাতি থাকিম দিয়ক, অলপো নুশুওঁ।' মই ক'লো।

'এখন ছাদ থকা হ'লে ভাল আছিল নহয়? কিন্তু কি কৰিব, ফ্লেটত থাকোঁ। নিজস্ব ছাদ নাই। ইয়াতেই বহোঁ নে ভিতৰৰ ৰূমলৈ যাব?'

'হ'ব, ইয়াতেই বহোঁ।'

'এইটো লাইট অফ্ কৰি জিৰ' পাবাৰটো জ্বলাই দিওঁ নেকি?' অৰূপা দত্তই মোলৈ চাই সুধিলে।

মই ক'লো— 'দিয়ক।'

অৰূপা দত্তই এটা অন্ কৰি এটা অফ্ কৰিলে। সূৰ্যটো ডুবি গ'ল আৰু

শেঁতা কণমানি এটা মৰা জোনৰ পোহৰত আমি হঠাৎ শেঁতা হৈ গ'লো। মৰিশালিৰ ঘাঁহনিয়ে আমাৰ ভৰি চেলেকিছে। এটা শোকাকুল উপত্যকাৰ সময় আমাৰ মাজত দুলিবলৈ ধৰিলে।

কিছু যেন কষ্টত অৰূপা দত্তই ক'বলৈ ধৰিলে— 'পখীৰ জন্মৰ ছমাহ পাছতেই ৰাহুলৰ দেউতাকে এঘাৰমহীয়া এটা ট্ৰেইনিঙৰ কাৰণে আমেৰিকালৈ গ'ল। ৰাহুলৰো তেতিয়া চাৰি বছৰমানহে। ছমহীয়া কেঁচুবাটো আৰু ৰাহুলক লৈ মোৰ যে কিমান জঞ্জাল হ'ব— এই কথা ভাবি তেওঁ প্ৰথমতে কোনোপধ্যে নাযায়। মইহে জোৰ কৰি তেওঁক পঠাইছিলো। আপুনি কিজানি নাজানে, তেওঁ ইউনিভাৰ্ছিটিৰ কেমেষ্ট্ৰিৰ লেকচাৰাৰ আছিল। তেওঁৰ স'তে মোৰ চিনাকিও আছিল বহুদিনীয়া। আমাৰ বিয়াও হৈছিল প্ৰেম বিবাহ, ঘৰৰ অমতত।'

এটা হমুনিয়াহ মৰিশালিৰ ওপৰেদি পাৰ হৈ গ'ল।

'তিনি দিনৰ মূৰে মূৰে তেওঁৰ ফোন। তেওঁৰ যে কিমান চিন্তা পখীক লৈ, ৰাহুলক লৈ। মোকো দঢ়াই দঢ়াই কয়— 'ভালদৰে খাবা, মোৰ কথা চিন্তা কৰি টোপনি খতি নকৰিবা— মই ঘূৰি গৈ তুমি যেনে আছিলা তেনেই পাব লাগিব কিন্তু।'

কেতিয়াবা তেওঁ কয়, বিদেশত একেবাৰে ভাল লগা নাই। ঘৰলৈ ঘূৰি অহাৰ মন। কয়— 'তুমি মোক এবাৰ মাতাচোন— মই তৎক্ষণাৎ উৰি গুচি যাম।' মই কওঁ— ধৈৰ্য ধৰাচোন। কেইটানো মাহ — পঢ়া-শুনা কৰি থাকা— কেনেকৈ পাৰ হৈ যাব গমেই নাপাবা। আৰু কওঁ— ইমান পইচা খৰচ কৰি ফোন কৰা কেলেই, ১০-১৫ দিনৰ মূৰতো কৰিব পাৰা।' অৰূপা দত্ত অকণমান ৰ'ল। ফণিখন তেওঁৰ হাতৰ পৰা পৰি গ'ল। তেওঁ তুলি নল'লে।

'মোৰ কথা শুনিয়েই তেওঁ ফোন কৰিবলৈ কমাই দিলে নে কি নাজানো, কিন্তু লাহে লাহে ফোন কমি আহিবলৈ ধৰিলে। তিনি দিনৰ মূৰে মূৰে ফোন কৰা মানুহটোৱে তিনি মাহতো এটা ফোন নকৰা হ'ল। মই ভাবিলো পঢ়া-শুনাৰ চাপ বেছি পৰিছে নিশ্চয়। তাৰ পিছত এঘাৰ মাহ তেনেকৈ

পাৰ হৈ গ'ল। তেওঁৰ পৰা হঠাৎ এখন চিঠি পালো। লিখিছে— তেওঁৰ এঘাৰমহীয়া ট্ৰেইনিংটো শেষ হ'ল, কিন্তু আন এটা ডেৰ বছৰীয়া ট্ৰেইনিং তেওঁ আকৌ কৰিবলগীয়াত পৰিছে। ৰিছাৰ্চ বৰ্ক, সেয়ে ভীষণ ব্যস্ত। ফোন কৰিবলৈ সময় পোৱা নাই। বাহুলনৈও দুশাৰীমান লিখিছিল— 'তোমালৈ কি কি বস্তু নিব লাগিব কোৱা— অহা পূজাৰ বন্ধত মই গৈ আছোঁ, খুব ফুৰিম হা '

তাৰ পিছত বহুদিনৰ মূৰত এজন মানুহৰ মুখত গম পালো যে তেওঁ তাত বিয়া কৰাইছে। মই সুধিছিলো— ছোৱালীজনী কেনেকুৱা? মানুহজনে কৈছিল— হোৱাইট স্কীনৰ খুব খীণ এজনী ছোৱালী। ফেট্‌চ্ নাই। তাইৰ নাম কেৰ'ল। সেই মানুহজনো ইউনিভাৰ্ছিটিৰে, তেৰোঁ আমেৰিকাত একেটা ইনষ্টিটিউটতে ট্ৰেইনিঙৰ বাবে গৈছিল। ট্ৰেইনিং শেষ কৰি আহিছে। মানুহজনৰ মুখত কথাবোৰ শুনি মই কিছুদিনৰ কাৰণে বোবা হৈ গৈছিলো। তাৰ পিছত তেওঁৰ ঠিকনাত মাত্ৰ পাঁচটা শব্দৰ চিঠি এখন পোষ্ট কৰিছিলো— 'দ্বিতীয় বিবাহৰ অভিনন্দন, পলমকৈ হ'লেও।

তেওঁ মোলৈ লিখিছিল— কেৰ'ল কিমান ভাল ছোৱালী, কেৰ'ল নোহোৱা হ'লে তেওঁৰ ৰিছাৰ্চৰ কাম অকলে কৰিব নোৱাৰিলেহেঁতেন, কেৰ'লে তেওঁক কিমান ভাল পাই পেলালে, তাইক বিয়া নকৰোৱা হ'লে তাইৰ চাইকিয়াট্ৰিক প্ৰব্লেম হৈ গ'লহেঁতেন। ইত্যাদি ইত্যাদি. যাৰ কাৰণে মই কথাবোৰ সহজভাৱে ল'ব লাগে, সকলো ক্ষমা কৰি দিব লাগে।'

অৰূপা দত্তৰ মাতটো অলপ খোকাথুকি হৈ আহিল। মই তেওঁৰ মখ হাতখন এবাৰ তুলি লওঁ বুলি ভাবিও বৈ গ'লো। এই ওপৰলৈ থকা মেঘ চুই দিলেও বৰবুৰ নামি আহিব। মই বিচাৰিলো মেঘ আৰু জমা হওক।

'পূজাৰ কিছুদিন আগৰে পৰা বাহুলটো চঞ্চল হৈ উঠে দেউতাক আহিব বুলি। দেউতাকক দেখুৱাবৰ কাৰণে কিমান কিযে সজাই থয়— সেইবোৰ চাই চাই মই কান্দি থাকিব লাগে। আৰু সিহঁতে দেখাকৈ মইতো কান্দিবও নোৱাৰো।

এদিন তেওঁৰ পৰা মাত্ৰ এশাৰী বাক্যৰ চিঠি এখন পালো— কেৰ'লৰ

ছোৱালী এজনী হ'ল। বাহলে সুধিলে— কেৰ'ল কোন? আৰু তাৰ কথা দেউতাকে কিয় নিলিখিলে? দেউতাকে কিয় আজিকালি ফোন নকৰে? মোৰ ওপৰতে তাৰ অভিযোগ— 'মা, তুমিয়েই দেউতাক কিবা লগাইছা, সেইকাৰণে দেউতা নাহে'। মই তাক সেইদিনা খুব পিটিছিলো। পিটি পিটি কান্দিছিলো। নাজানো সেইদিনা মোৰ কি হৈছিল, যিমানে কান্দিছিলো সিমানে পিটিছিলো। তাক পিটি পিটি কেৰ'ল কোন হয় বুজাই দিব খুজিছিলো। কিন্তু সি কি বুজিব? অৱশেষত খং থমাত মাথোঁ তাক কৈছিলো যে তাতো তোৰ ভনীয়েৰ এজনী আছে। বাহলে এতিয়া জানে যে আমেৰিকাত তাৰ ভনীয়েক এজনী আছে। কিন্তু বাহলে নাজানে যে '

অৰূপা দত্তই হুকহুকাই কান্দি দিলে। মই অপ্ৰস্তুত হৈ পৰিলো। মোৰ বুকুখনো কিহবাই হেঁচা মাৰি ধৰা যেন লাগিল। মই উঠি গৈ অৰূপা দত্তৰ হাতখন মোৰ হাতৰ মাজত সাবটি ল'লো— এখন সঁচাই মৰি যোৱা হাত।

মোৰ হাতখনৰ ওপৰত টোপটোপকৈ বৰষুণৰ উষ্ণ টোপালবোৰ পৰিবলৈ ধৰিলে। পৃথিৱীৰ সকলো পুৰুষেই এই বৰষুণত তিতিবলৈ ভাল পায়।

অৰূপা দত্তৰ বুকুত পৰি থকা চুলিখিনিও বৰষুণ পৰি তিতিছিল। মই চুলিখিনি সন্মুখৰ পৰা নি পিঠিত পেলাই দিলো আৰু ক'লো— 'থাওক দিয়ক, আৰু নালাগে ক'ব। নুকনো। আপোনাক মই মিছাই দুখ দিলো।'

তেওঁ গাউনটোৰ এডোখৰেৰে চকুপানীখিনি মচি ক'লে— 'নহয় শুনক, আৰু অকণমান আছে— ইমানতক লৈ মই অকলে চলিবলৈ অভ্যস্ত হৈ গৈছিলো। সকলো ঠিকে-ঠাকেই চলি আছিল। তেতিয়ালৈকে তেওঁৰ প্ৰতি মোৰ ঘৃণাৰ ভাব জন্মা নাছিল। কেৱল মাথোঁ আছিল প্ৰচণ্ড অভিমান আৰু যি দুখ আছিল তাক চতালি বাখিবলগীয়া হৈছিল। সেইদিনা আপুনি প্ৰথম আহিবৰ দিনাখন, মই যে আপোনাক চিনেমা চাবলৈ লগ ধৰিছিলো— আপুনি মোক কি ভাবিছিল নাজানো, আপুনি মোক বেয়াও পাব পাৰে ক'ব নোৱাৰো, কিন্তু তাৰ আগদিনাখন মই কেৰ'লৰ পৰা এখন চিঠি

পাইছিলো। তাই লিখিছিল— তেওঁ ছুইচাইড কৰিছে। তেওঁ আমাক সকলোকে এৰি থৈ গ'ল। কেৰ'লে লিখিছিল— তেওঁ বোলে সদায় মোৰ কথা, ৰাহুল আৰু পৰ্থীৰ কথা কৈছিল। ভাৰতলৈ উলটি যাবলৈ তেওঁৰ মনটো বোলে সদায় আকুল হৈ আছিল। তাই লিখিছিল— তাই কোনোদিনে তেওঁক বান্ধি ৰাখিব খোজা নাছিল। তেওঁ আমেৰিকাতো থাকিব নোৱাৰে, ভাৰতলৈ গুচি আহিবও নোৱাৰে। কেৰ'লৰ লগতো তেওঁ শান্তিত থাকিব পৰা নাছিল আৰু মোৰ কাষলৈও তেওঁ গুচি আহিব নোৱাৰিছিল— তেনে এক দোমোজাৰ মাজত তেওঁ বাস কৰিছিল। আৰু অৱশেষত একো সিদ্ধান্ত ল'ব নোৱাৰি তেওঁ ছুইচাইড কৰিলে।'

শুকাই যোৱা বৰষুণৰ দাগ অৰূপা দত্তৰ গাল দুখনত লাগি আছিল। বৰষুণ আৰু নহয়। কিন্তু এটা গভীৰ হুমুনিয়াহ বতাহ এজাটিৰ দৰে মৰিশালিখনৰ ওপৰেদি পাৰ হৈ গ'ল।

'মই সকলো ক্ষমা কৰিব পাৰিলোহেঁতেন। কিন্তু তেওঁ ছুইচাইড কৰিব কিয় এই কথাটো মই ক্ষমা কৰিব নোৱাৰিলো। তেওঁ ছুইচাইড কৰাৰ অধিকাৰ আছিলনে? যদি তেওঁ ছুইচাইড কৰিবই খুজিছিল, শেষবাৰৰ কাৰণে এবাৰ মাত্ৰ আমাক চাবলৈও তেওঁৰ ইচ্ছা নগ'লনে? মই কি তেওঁক বান্ধি ৰাখিলোহেঁতেন নেকি? তেওঁ মোক কিয় চিনি নাপালে, কিয় চিনি নাপালে

কেৰ'লে আৰু লিখিছিল— 'আপোনাৰ কাৰণে মই দুঃখিত। আপোনাক এবাৰ চাবৰ মন গৈছে। আপুনি যদি মাতে মই এবাৰ ভাৰতলৈ যাম।' বেচেৰী কেৰ'ল। এতিয়া কেৰ'ল আৰু তাইৰ কণমানি ছোৱালীজনীৰ দুখেও মোক খুলি খুলি খাব জানে।'

অৰূপা দত্তই মুখখন গাউনটোৰে হেঁচি ঢাকি ধৰিলে। এক যন্ত্ৰণাত ময়ো ছাটি-ফুটি কৰিবলৈ ধৰিলো। সঁচাকৈয়ে মানুহৰ জীৱনত ক'ত কি হৈ থাকে একো গম পোৱা নাযায়। অৰূপা দত্তৰ ভিতৰত যে ইমান দুখৰ মেঘ পুঞ্জীভূত হৈ থাকিব পাৰে, মই ভাবিব পৰা নাছিলো। মুখখন ঢাকি অৰূপা দত্ত তেনেকৈয়ে বহি থাকিল বহু সময়। যন্ত্ৰণাই তেওঁক লৰচৰ

কৰিবলৈ নিদিলে। আকৌ মৰিশালিৰ নিৰ্জনতা।

এই মৰিশালিৰ মাজত তেওঁ যেন যন্ত্ৰণাৰ এটা ভাস্কৰ্য— মোৰ সন্মুখত পৰি আছে। মই জানো এই যন্ত্ৰণা স্পৰ্শকাতৰ। মই তেওঁ বহি থকা ছোফাখনৰ আৰ্ম এটাত গৈ বহিলো। আৰু তেওঁৰ চুলিখিনিত লাহে লাহে আঙুলি বুলাই দিলো। তেওঁ লৰচৰ নকৰিলে। মই জানো এই যন্ত্ৰণাই, এই মৌনতাই স্পৰ্শ বিচাৰে অলপমান। অৰূপা দত্তই কৈছিল তেওঁৰ মৰা হাতখনক মাজে মাজে সংগ দিয়াৰ কথা। সেয়া অন্য একো নাছিল— হাতখনত আছিল যন্ত্ৰণা।

মোৰ মূৰটো যেতিয়া তেওঁৰ পিঠিত আহি ৰ'লহি তেতিয়া মই প্ৰায় অন্য মানুহ এজন হৈ গৈছোঁ। এক উত্তেজনাত মোৰ তেজবোৰ উষ্ণ হৈ আহিবলৈ ধৰিলে। মোৰ মূৰটো লাহে লাহে তেওঁৰ কান্ধ আৰু ডিঙিৰ পিনে হাউলি যাবলৈ ধৰিলে। হঠাৎ মই উঠিলো আৰু দুহাতেৰে তেওঁক দাঙি ধৰি ক'লো— 'ব'লক, শুই থাককগৈ।'

কান্ধৰ ওপৰেদি হাত এখন দি মই তেওঁক লাহে লাহে ঠেলি নিয়াৰ নিচিনাকৈ তেওঁৰ বেডৰুমলৈ লৈ গ'লো। বিছনাখনত বহুৱাই দিলো। গাৰুটো পাৰি তেওঁক আঁউজি পৰিবলৈ সামান্য টানি নিলো।

তেওঁ ক'লে— 'আপুনি ক'ত শুব?'

মই ক'লো— 'নাই, মই বহি থাকিম।'

'বেয়া নাপায় যদি মোৰ কাষতে থাকক।' অৰূপা দত্তই ক'লে আৰু মোৰ হাত এখন তেওঁৰ মৰা হাত এখনে মুঠি মাৰি ধৰিলে।

'হ'ব। মই আপোনাৰ কাষতে আছোঁ। এই লাইটটো নুমুৱাই দিওঁ নেকি, নাইট বাল্বটো জ্বলাই দিওঁ?' মই সুধিলো।

'আপুনি মৰিশালি ভাল পায় নেকি?' তেওঁ সুধিলে।

'নাপাওঁ।'

'তেনেহ'লে জ্বলি থাকক।'

কিন্তু সেই পোহৰ এই মুহূৰ্তত মোৰ হজম নহ'ব। মই তেওঁৰ কাষতে বহি তেওঁৰ চুলিখিনিত তেওঁ জীয়া বুলি ভবা মোৰ আঙুলিবোৰ মেলি

দিলো। আৰু বেডৰুমটোৰ বস্তুবোৰলৈ লক্ষ্য কৰিলো। মই প্ৰথমবাৰ তেওঁৰ বেডৰুমত সোমাইছোঁ। এটা ষ্টীল আলমাৰী, বেৰত এখন কেলেণ্ডাৰ ওলমি আছে, সৰু এখন টেবুলত এটা ফুলদানি। ফুলবোৰ সজীৱ হৈ আছে— নিশ্চয় সঁচা ফুল নহয়, সঁচা ফুল ইমান সজীৱ হ'ব নোৱাৰে। চিলিংখনৰ পৰা ওলমি আছে এখন মৌন একান্ত বাধ্য যেন। বিশ্ৰামৰত এটা কালাৰ টিভি । জ্বল-মল পোহৰত সকলোবে মোৰ পিনে যেন চাই আছে। মোৰ ভাব হ'ল, সকলো বস্তুৱেই যেন উশাহ বন্ধ কৰি বৈ আছে মই কি কৰোঁ তাৰবাবে।

'এই ৰাতিখন সূৰ্য এটাক এনেকৈ জ্বলাই ৰখাটো উচিত হোৱা নাই। লাইটটো নুমুৱাই দিওঁ দিয়ক।' মই অৰূপা দত্তৰ মুখৰ পিনে সামান্য হাউলি ক'লো।

'দিয়ক।'

ছুইচটো অফ কৰি মই আন এটা ছুইচ টিপি দিলো। হঠাৎ এজাক বতাহ ঘূৰিবলৈ ধৰিলে— ফেনখন চলিল। ছুইচটো অফ কৰি দিলো। আন এটা টিপিলো— এইবাৰ জ্বলি উঠিল— মৰা জোনটো। কিন্তু সেই পোহৰ শীতল নাছিল। সেই পোহৰ হৈ পৰিছিল ৰহস্যঘন আৰু মায়াময়।

মই আহি চিৎ হৈ পৰি থকা অৰূপা দত্তৰ গাত আঁউজি বহিলো। পৃথিৱীৰ সকলো পুৰুষে এই মুহূৰ্তত যেনেকৈ বহিলেহেঁতেন, ময়ো ঠিক তেনেকৈ বহিলো। তাৰ পিছত মই গম পালো মোৰ হাতখনতকৈ মোৰ মুখখন, মোৰ চকু দুটা, ওঁঠ দুটা বেছি জীয়া। টুন্‌টুনকৈ এটা শব্দ উঠিল তেওঁৰ গাউনৰ তলত। মই তেওঁৰ মুদি থকা চকু দুটাৰ পাহিত চুমা খালো।

এনেতে দেখিলো ষ্টীল আলমাৰীটোৰ পিছপিনৰ পৰা এটা ছায়ামূৰ্তি ওলাই আহিছে। ছায়ামূৰ্তিটোৱে তৎক্ষণাৎ ছুইচ এটা টিপি দিলে, লগে লগে আগৰ সূৰ্যটো আকৌ জ্বলি উঠিল আমাৰ সন্মুখত থিয় হৈ ৰ'ল সীমান্ত বৰুৱা।

অৰূপা দত্তই অলপ অসংযত হৈ পৰা কাপোৰখিনি ঠিক কৰি ল'লে।

মই পোন হৈ বহিলো।

সীমান্ত বৰুৱাই ক'বলৈ ধৰিলে— 'মই আলমাৰীটোৰ পিছপিনে লুকাই আছিলো। আপোনালোকৰ সকলো কথা-বতৰা মই আজি শুনি আছিলো। আপোনালোকে ড্ৰইংৰুমত বহি কথা পাতি থাকোঁতে মই আছিলো মিছেছ অৰূপা দত্ত বহি থকা ছোফাখনৰ কাষৰ ইটো ৰুমৰ দুৱাৰখনৰ পিছত লুকাই। তেওঁ যেতিয়া বহু সময় মুখখন ঢাকি বহি আছিল আৰু আপুনি তেওঁৰ চুলিত আঙুলি বুলাবলৈ ধৰিছিল তেতিয়াই ছেগ বুজি মই আহি এই আলমাৰীটোৰ পিছত লুকাইছিলোহি। সূৰ্যটো নুনুমুৱালৈকে সকলো ঠিকেই আছিল। আপুনি যেতিয়া (মোলৈ চাই) সূৰ্যটো নুমুৱাই এই মৰা জোনটো জ্বলাই দিলে, তেতিয়াৰ পৰা মই সহ্য কৰিব নোৱৰা হ'লো। এই মৰা জোনটোৱে আমাক সদায় বিপথে পৰিচালিত কৰে।

মই সীমান্ত বৰুৱাৰ চকুলৈ বিৰক্তিৰে চালো আৰু ক'লো— 'দুয়োটা জ্বলাই থৈছে কিয়? মৰা জোনটো নুমুৱাই দিয়ক।'

তেওঁ ভ্ৰূক্ষেপ নকৰিলে' অগত্যা ময়েই নুমুৱাই দিলো।

অৰূপা দত্তই একো মতা নাই। তেওঁ তেনেকৈয়ে চিং হৈ পৰি আছে। তেওঁ জানিছিল নেকি যে তেওঁৰ ঘৰত সীমান্ত বৰুৱা লুকাই আছে। সেই উপন্যাসখনৰ দৰে সীমান্ত বৰুৱা আজিও এই আলমাৰীটোৰ পিছপিনে লুকাই আছিল বুলি তেওঁ কেনেবাকৈ গম পাইছিল নেকি বাৰু? কিজানি গম পাইছিল, সেয়ে তেৱোঁ মোক সূৰ্যটো জ্বলাই থ'বলৈ কৈছিল। মোৰ সন্দেহ হ'ল। মোৰ সকলো খেলি-মেলি লাগি গ'ল।

সীমান্ত বৰুৱাই পুনৰ ক'বলৈ ধৰিলে— 'আপোনালোকে মোক অভদ্ৰ বুলি ভাবিব পাৰে, যি ভাবে ভাবক। আচলতে মোৰ বমি বমি ভাব এটা আহিছিল, সেয়ে ওলাই আহিলো। ক্ষমা কৰিব।'

আনৰ নাজানো, কিন্তু মোৰ কবিতাবোৰত বহু উপন্যাস জাহ গৈ আছে। যিবোৰ কাহিনী মোৰ কবিতা হ'ল, উপন্যাস হ'ব নোৱাৰিলে— সেই কবিতাবোৰত হয়তো পাঠকসকলে কেতিয়াবা উপন্যাসৰ বিণিকি বিণিকি চিত্ৰ দেখা পায়। মোৰ তেনে কিছু কবিতাৰ পুনৰ্লিখনেৰে এই পৰীক্ষা যত মানুহৰ উপন্যাসোপম জীৱনত কবিতা কিমান নিবিড়, তাৰ চিহ্ন হয়তো থাকিব পাৰে।

এক

খট্ খট্ খট খট্। দুৱাৰখনৰ সিপাৰত।
দুৱাৰখনৰ সিপাৰত খট্ খট্ খট্ কাৰ টোকৰ?
খুলি দিলো—
নাই, কোনো নাই।
মই ভাবিছিলো তেওঁ।
নহয়, বতাহো নহয়
জোনাকো নহয়। কোনো নহয়।
কিন্তু এই যে খট্ খট্ খট্ খট্
ক'ত? বুকুৰ ভিতৰত?
বুকুৰ ভিতৰৰ দুৱাৰমুখত বৈ আছে নেকি তেওঁ?

তেওঁ মাতিলে
বৰফৰ নদী সাঁতুৰি আহিব পাৰোঁ
জুইৰ মাজেৰে উৰি আহিব পাৰোঁ

সকলো ভাঙি-ছিঙি থৈ
গুচি আহিব পাৰোঁ তেওঁ মাতিলে

আৰু যেতিয়া আহোঁ
তেওঁ কান্দে
আঁঠুত মুখ গুঁজি হুকহুকাই
মই প্ৰথম পুৰুষ
তেওঁ প্ৰথম নাৰী

চন পৰা মাটিৰ শয্যাত
সেউজীয়া কাপোৰবোৰ খুলি
তেওঁ দেখুৱায়
তেওঁৰ জৰায়ুৰ ঘা

মই শেষ পুৰুষ
তেওঁ শেষ নাৰী

টুকুৰা-টুকুৰ হৈ সৰি পৰিল তেওঁৰ বুকুৰ গাখীৰৰ দৰে আকাশখন
আৰু ছটফটাই থাকিলো মই। ছটফটাই থাকিল
মোৰ বুকুৰ ভিতৰৰ নৈ-জান-জুৰি। ছটাফটাই থাকিল
পৰ্বত-পাহাৰ নদ-নদী সমুদ্ৰ বন-অৰণ্যৰ বিপুল পৃথিৱী।

দুই

শিলবোৰ জোনাকত তিতি আছিল
সেই অকলশৰীয়া শিলবোৰ, যাৰ মাজেৰে
বৈ গৈছিল যন্ত্ৰণাৰ জলস্ৰোত। তাতেই মই লগ পাইছিলো
বৰ্ষা ঋতুৰ কন্যাক।
যাৰ ক্ৰন্দন আৰু চকুপানীৰ গোন্ধত
গধুৰ হৈছিল বতাহ

বৰষুণৰ মাজত বেঁকা বেঁকা বতাহৰ জাকবোৰলৈ
চাই আছিল তাই। পানী আৰু
বোকাৰ চোতালখনত খেলিছিল
তাইৰ লগৰীয়াবোৰে।
এখন কাগজৰ নাও
তাই উটুৱাব খুজিছিল পানীত

কিন্তু পানী আছিল মোৰ বুকুত। অতল পানী
এটা গধূলিৰ লৱণ সমুদ্ৰ

## তিনি

জাকে মাৰি তাই ধৰি ফুৰিছিল মাছবোৰৰ ৰূপালী নৃত্য
আৰু তাইৰ কংকালৰ খালে উপচি পৰিছিল গানেৰে
কেতিয়াবা তাইৰ শুভ্ৰ কোমল শৰীৰত
কামুৰি ধৰা সেউজীয়া জোকবোৰ
একবাৰ পৰা নাছিল তাই।

আৰু কেতিয়াবা তাই দেখিছিল
সাধুকথাৰ বাৰীত চুলি মেলি ঘূৰি ফুৰা
যখিনীবোৰৰ থুই গছৰ পাতত পৰি থকা।

## চাৰি

বাৰিষাৰ ধাঁহৰ দৰে তাইৰ চকুৰ গভীৰত গজিছিল
সপোনবোৰ। আৰু লুণীয়া সোৱাদৰ তেজ-মঙহেৰে
বাঢ়ি আহিছিল তাইৰ কুমাৰী শৰীৰ

এদিন এটা দীঘল সপোনেৰে গৈ
হাতীপটিত নামোতে
সেই নক্ষত্ৰপুঞ্জৰ এজন বাসিন্দাই
তাইক কাটি থ'লে শিলত

আৰু
তাইৰ শিলৰ শৰীৰ
জিলমিলালে অচিন নক্ষত্ৰৰ পোহৰত
তেতিয়াৰে পৰা তাই নিজকে নিচিনা হ'ল

## পাঁচ

শীতল ঋতুৰ পৰা নামি অহা
এজন অধৰীয়ে
কুঁৱলীৰ মাজত লগ পালে তাইক

তাইৰ গাৰ অচিন পোহৰবোৰ
মচি পেলালে সি
আৰু পিন্ধালে তাৰ শৰীৰৰ এটা গোন্ধ

পুৰণি এখন বজাৰত
দুয়ো শামুক কিনিলে
দুখৰ মুদ্ৰাৰে

আৰু জোনাক বিগলিত
এটা শিলত বহিলে
দুয়ো

যিটো সপোন তাই কোনোদিনে দেখা নাছিল
কোনোদিনে কোনোদিনে কোনোদিনে নেদেখিলেহেঁতেন
সেই সপোনে মেৰিয়াই ধৰিলে তাইক

ছয়

নাৰীৰ অশ্রুৰ সকলো কাৰণেৰে
তাই তাৰ বাহু তিয়াইছিল
সি আছিল আজন্ম অন্ধবী
এটা স্বপ্নহীন মানুহৰ দৰে
সি ধাৰণ কৰিছিল প্ৰেম প্ৰেম প্ৰেম

এটা উৱলি যোৱা প্ৰাচীন জীৱন আছিল তাৰ
সেই জীৱনেৰে সি তাইৰ হাতত ধৰি
খোজ কাঢ়িছিল গুহাবোৰৰ ভিতৰে ভিতৰে
ভগ্নস্তূপ আৰু ৰাতিবোৰৰ মাজেৰে
হেলনীয়া হেলনীয়া বৰষুণ
কুঁৱলী শীত আৰু তুষাৰপাতৰ
নিৰ্বাক নৈঃশব্দৰ তলেৰে

সেই নাৰীৰ বৰ্ষামগ্ন যৌৱন
আৰু বৰফাবৃত জগতক
সি প্ৰাৰ্থনা কৰিছিল তাৰ প্ৰেমৰ বাবে
তাৰ প্ৰেমৰ বাবে

আৰু অজস্ৰ গধূলি
সি পৰি আছিল তাইৰ বুকুৰ বালিচৰত
কেতিয়াবা তাই তাৰ শৰীৰত
গোন্ধ পাইছিল এটা মৰাশৰ।

সাত

সেই ভৰ দুপৰীয়া সেই ভৰ দুপৰীয়া
কৃৎসিৎ ছলনা আছিল সেয়া
যি প্ৰেমৰ সাজ পিন্ধি
মোৰ জলমগ্ন হাতত ওঁঠ থৈছিল।

সি জিৰাইছিল
মোৰ এটা হেলনীয়া কবিতাৰ তলত
যাৰ স'তে নদীৰ পাৰত গান শুনিছিলো
ঘূৰি ফুৰিছিলো
যাদুঘৰ আৰু শিলৰ মূৰ্তিবোৰৰ
মাজে মাজে, যিবোৰ মূৰ্তিয়ে প্ৰেম কৰিছিল।

বালিত পৰি থকা ভগা নাও এখনৰ
দীৰ্ঘ শূন্যতাৰ মাজত
যাৰ নগ্ন আলিংগনেৰে তিতিছিল
মোৰ লজ্জাতুৰ পোছাক,
কিতাপৰ স্তূপবোৰৰ মাজত যাক সাৱটি লওঁতে
খহি পৰিছিল থাক্ থাক্ আন্ধাৰ, তেৱেঁই

তেবেঁই তেবেঁই তেবেঁই
দেখুৱাইছিল মোক নাৰীৰ ধমনীবে বৈ অহা
আলকাতৰাৰ দৰে এবিধ ঘন আন্ধাৰ
বাকী সকলো মিছা আছিল

প্ৰেমৰ সাজ পিন্ধি
কুৎসিৎ ছলনা আছিল সেয়া
কুৎসিৎ ছলনা আছিল সেয়া সেই বালিচবৰ
মোৰ জলমগ্ন হাতত
ওঁঠ থ'বলৈ।

আঠ

সেই ভৰ দুপৰীয়া সেই ভৰ দুপৰীয়া
বাটতে আছিল কুমাৰী তৰাৰ ঘৰ
য'ৰ পৰা কপালী হাড়ৰ এটা গোন্ধ
বিয়পি আছিল।
কস্তুৰী মৃগৰ দৰে তাই বিচাৰি ফুৰিছিল
তাইৰ নাভিৰ গোন্ধ মোৰ হাউলি থকা
আঙুলিবোৰত।
তাইৰ বুকুৰ শীতল আৱৰণৰ তলেৰে
চুই চাইছিলো হাতী দাঁতৰ দৰে মসৃণ
ফুলি উঠা দুটা কপালী বৃত্ত

তাইৰ শৰীৰৰ
নঙঠা টোবোৰৰ পাৰত
এটা অকলশৰীয়া বেঙৰ দৰে
মই টোৰটোৰাইছিলো তিনিটা গ্ৰীষ্মৰ ৰাতি

ব্ৰোঞ্জৰ কুৰমীয়া এটা মাজেৰে

তায়েই মোক দিছিল বেণুৰ এই উপমাটো উপহাৰ।

ন

প্ৰেমৰ লগে লগে আহিছিল সেইবোৰ নিষিদ্ধ নিচা
যিবোৰে মোৰ মূৰৰ ভিতৰৰ ঘুলিবোৰত
শূন্যতাৰ অসংখ্য ইন্দ্ৰধনু আঁকি দিছিল।
মোৰ প্ৰেমৰ সিপিঠি আছিল যেন
এই আত্মহনন—
এই ভাবনাৰ এক কৰুণ মুহূৰ্তত
এটা শিলে মোক চুইছিল নিৰ্বাক ভংগীৰে।
সেই বিষাদ শিলৰ দূচকুত
ওলমি আছিল ছাই বৰণীয়া এখন আকাশ

দহ

সিদিনা আছিল এপ্ৰিল মাহৰ কোনো এটা দিন
আৰু পাহাৰীয়া এটা শীতল আহ্বান
পৃথিৱীৰ আটাইতকৈ কঠিন শিলটো
যগা পাইন গছ এজোপাৰ তলত শুই আছিল
ছইস্কীৰ হালধীয়া নিচাত
মই কাক বিচাৰি আহি
এই শিলৰ কাষ পাইছিলো নাজানো
শিলৰ খোৰোং আৰু ফাঁকে ফাঁকে
উপচি পৰিছিল জোনাক
নঙঠা এজনী ছোৱালীৰ দৰে
তিৰ্‌বিৰাইছিল শিলৰ ফটিক শৰীৰ

মোৰ জোতাবোৰ শেঁতা পৰিছিল জোনাকতে
জোনাকত সকলো যেন নাঙঠ হ'ব খুজিছিল
মোৰ গাৰ কাপোৰবোৰে উচ্‌পিচাইছিল

হঠাৎ শিলটো ভাঁজ খাই উঠিছিল
মোচৰ খাই উঠিছিল
মোৰ ওঁঠলৈ হাউলি আহিছিল

পৃথিবীৰ আটাইতকৈ কঠিন শিলটো
হালধীয়া বতাহ জোনাক আৰু
বগা পাইন গছ এজোপাৰ তলত
দুদণ্ড সময়ৰ বাবে কোমল হৈ উঠিছিল
দুদণ্ড সময়ৰ বাবে কোমল হৈ উঠিছিল

এবাৰ

আফ্রিকান এনসাইক্লোপেডিয়াত থকা বগা এটা সাপ
উঠি আহিছিল সেই ৰাতি আৰু দুৱাৰমুখৰ শীতৰ চিৰিটোত
শুইছিল নিজৰ বুকুতে পাক খাই। কেছেমা-কেছেম
এজাক ৰবৰুণৰ স'তে এছাটি বতাহ বাহিৰত পাক খাই
পাক খাই ঘূৰি ফুৰিছিল

আৰু আমাৰ বিছনাখনে
পুৰাইছিল হিটাৰৰ বড়া এছাটি তাপ
এটা শিশুৰ দৰে বুলি কৈছিল তেওঁ মোক
এজন শীতল মানুহ বুলি কৈছিল তেওঁ মোক ফুচফুচাই।
এডাল কহীৰ গাঁঠি আৰু বুটামবোৰত
ধূপ খাইছিল শীতৰ উত্তেজনা আৰু স্পৰ্শৰ নিচা

হঠাতে এডৰা সৰিয়হৰ গোন্ধ পাইছিলো মই
যি আছিল মোৰ শৈশৱৰ এখন পথাৰত

ডাঠ শীত নামিছিল গোটেই ৰাতি
আৰু দুখৰ পৰিচ্ছেদ বুলি
*উৰু আছিল কেৱল আমাৰ একাকীত্ব*

য'ত ধূসৰ এটা সপোনৰ আছিল মৃত্যু
তথাপি শোকহীন এটা ৰাতি আমি উৎসৰ্গা কৰিছিলো
শীতৰ বাবে। গধূৰ কৰিছিল যি শীতক
আফ্ৰিকান এনসাইক্লোপেডিয়াত থকা
বগা এটা সাপৰ নিশাহে

ৰাৰ

আৰু এটা শিশুৰ দৰে উচুপি উঠিছিলো
যাৰ কোঠালিৰ বন্ধ দুৱাৰ খামুচি
চৰাইৰ কোৰ্হালৰ এখন বিছনা আছিল তেওঁৰ
আৰু মজিয়া আছিল পানীৰ।
ভায়োলিনৰ অজস্ৰ তাঁৰ তেওঁৰ আঙুলিত
আছিল বান্ধ খাই। তেওঁ তেওঁৰ অপাপ শৰীৰ
সজ্জিত কৰিছিল কোনো দেৱদূতৰ বাবে

আৰু মই?
মই আছিলো এক শতচ্ছিন্ন অম্বৰী
বালিৰ দীঘল দীঘল চিকমিকনিৰ পথেৰে আহি
মৰুভূমিৰ তম্বুৰ তলত ৰাতি যাপনেৰে আক্ৰান্ত

মই আচৰিত হওঁ
কিয় মোৰ তৃষ্ণাতুৰ শৰীৰে
তেওঁৰ অৱয়বহীনতাক বিচাৰিছিল?
কিয় মোৰ শৰীৰে মোৰ আত্মাৰ ধ্বজা লৈ
উচুপি উঠিছিল বিবাদত, বালিময় তৃষ্ণাত?

সেই নাৰীয়েই
মৎস্যগন্ধা দীৰ্ঘকেশী সেই নাৰীয়েই
কণমানি শিশুৰ দৰে মোৰ বুকুত এতিয়া
কুচি-মুচি শুই আছে এক অলৌকিক ঘটনাৰ দৰে

যাৰ হৃদয়লৈ কিজানি আগবাঢ়িছে মোৰ সমাপ্তিৰ পথ!

তেৰ

তেন্তে মই কিয় লিখিছিলো
কিয় লিখিছিলো সেই কবিতা— যাৰ সেওঁতাত মই বং
লগাম ?—
কিয় লিখিছিলো

যিয়ে মোক অতীতৰ ৰাতিবোৰ মনত পেলাবলৈ নিদিব
যিয়ে মোক মৰ্মান্তিক 'শুভৰাত্ৰি' আৰু 'সুপ্ৰভাতে'ৰে
বিদ্ধ কৰিব, যিয়ে মোক তেওঁৰ চকুপানীৰ ৰঙেৰে

সৰু সৰু সপোনবোৰ অঁকাৰ কথা ক'ব,
মোৰ স'তে খোৰামেজত একেলগে বহিবলৈ,
ফণিয়াই দিবলৈ মোৰ চুলিৰ অস্থিৰতা,
মোৰ গাৰুত এটা গিলিপ লগাই দিবলৈ,
বিছনাত পাৰি দিবলৈ শীতল চাদৰ আৰু
মোৰ নিচাৰ অন্ধকাৰবোৰ মচি দিবলৈ যি আহিব,
যিয়ে মোক দান কৰিব তেওঁৰ দৃষ্টি আৰু স্পৰ্শৰ আনন্দ,
যিয়ে লতাৰ দৰে মেৰিয়াই ধৰিব মোৰ দুবাহু কোনো ৰাতিত,
মোৰ বুকুত পাক খাই পৰি থাকিব যাৰ চুলিৰ নিদ্ৰা,
যিয়ে মোৰ ৰঙা চোলাবোৰ লুকুৱাই থ'ব
প্ৰিয় চিঠিবোৰ পুৰি পেলাব
পুৰণি কবিতাবোৰ সযতনে থৈ দিব— যিবোৰ
তেওঁ নুবুজা বাবে মাৰাত্মক নহয়!
আৰু যি দিনে দিনে মোৰ অচিনাকি হৈ আহিব,
বুকুৰ মাজৰ শৰা দূৰলৈ দূৰলৈ গুচি যাব।
মোৰ বিষাদক আৰু বেছি গধুৰ কৰি তুলিবলৈ তেওঁ
আহিব বুজিছে নেকি যাৰ সেওঁতাত মই বং লগাম।

## চৈধ্য

তাৰ পাছত এদিন তেওঁ কেঁচা কেঁচা গোন্ধ পাই অচিন তেজৰ আৰু
ওকলিয়াই নেজাল তৰা। তেওঁৰ চকুৰ ভূৰুৰ জোপোহাত ভিৰ কৰে
সপোনবোৰে। তেওঁৰ উদয় হয় এটা টিলা, যাৰ তলিত যেঁকুৰে
আন এটা তৰাৰ হৃৎপিণ্ডই। তেওঁৰ স্তনৰ শিৰাই শিৰাই
দহোটা নিজৰা আহি লুকায়, দহোটা জোন বুৰ যায়।
দুখনি হৃদয় পিন্ধি তেওঁ হয় অধীৰ আউলি-বাউলি। সাত সাগৰ
শোঁহে চাৰিটা ওঁঠেৰে। তিৰ্‌বিৰাই চাৰিটা চকুৰে হয়
ফুট গধূলিৰ জোনাকী। লুকাই-চুৰকৈ তেওঁ মাটি খায়
কেঁচা মাটি পোৰা মাটি। মৌ বিছনী তেওঁৰ উদৰৰ তলিৰ পৰা
কোনোবাই গুণগুণায় আৰু তেজৰ এটা জবাফুলৰ নলিচাৰে
পান কৰে তেওঁক।
সাতবৰণীয়া এখন ৰামধেনুৰে তেওঁ চিলায় এটা থুনথুননি
আৰু এদিন হঠাৎ তেওঁৰ নাভিত নামে সেউজীয়া এজাক বিষ
তেওঁৰ কংকালত হাতে-ভৰিয়ে সৰ্বাংগত সেই বিষৰ
কেছেমা-কেছেম গোন্ধ— এটা বুৰবুৰণি— এটা ভবিষ্যৎ।
সেইদিনা তেওঁ পাহৰি যায় মোক পাহৰি যায় মোক
যিজনে তেওঁক এই শৰ মাৰিছিলো।

## পোহৰ

ভৰ দুপৰীয়াবোৰ ভৰ দুপৰীয়াবোৰ
সাৰেং চৰাইৰ মাতৰ দৰে গোজায় মোৰ এই দুপৰীয়াবোৰ
আৰু অস্থিৰ হয় মোৰ নিয়তি টনা-আঁজোৰাত সেইবোৰ
অজস্ৰ স্তনৰ নক্ষত্ৰ আৰু গ্ৰহ-উপগ্ৰহৰ।
ঘূৰি বাগৰি আহে এটা আমলখিৰ স্মৃতি
আৰু গছ-গছনি বন্দনাৰ মাজত সেই বনবোৰ
সেই বনবোৰে সেই সেউজীয়া কুমাৰীবোৰ যাক উভালি

পেলাওঁতে
লাগি আহিছিল হাতত সেউজীয়া
ৰ'দৰ তাঁৰত ওলমি থকা তিৰোতাবোৰৰ ৰঙীণ অন্তৰ্বাসবোৰে
ধৰি নিয়ে মোৰ চকু— তাকে দেখি
উকা আকাশখনে কৰ্কশ মাতেৰে মোক সিয়াঁৰে
যেন মোৰেই ছাঁ ধানখেৰৰ শৈশৱৰ পৰা মোৰ দুপৰীয়ালৈ নামে
আৰু গোটেই দুপৰীয়া জোঙাল আৰু কুণ্ডলী পকোৱা
গানবোৰে
ৰাউচি থাকে মোৰ নিৰ্ঘাম অনিদ্ৰাৰ বাৰাণ্ডাত

ষোল্ল

এনেকৈয়ে দুপৰীয়াবোৰে, সেই ভৰ দুপৰীয়াবোৰে কঢ়িয়াই
আনে মোৰ বাবে দুৰ্দশা। কিন্তু
কোনেওতো নাজানে কাৰ স'তে কটাওঁ ৰাতি
সকলোৰে কয় মই নষ্ট কবি
কবিতা,
আজিও যাম ৰাতি
বহলাই পাৰিবি পাটী

সোতৰ

এনেকৈয়ে মই প্ৰাৰ্থনা কৰোঁ মোৰ দুৰ্দশাক
ই আৰু বাঢ়ি আহক আৰু বাঢ়ি আহক
মই একো লুকুৱাই নাৰাখো
মই কিয় লুকুৱাই নাৰাখো
মই কিয় লুকুৱাই ৰাখিম সেই ভয়ংকৰ ৰাতিবোৰৰ কথা
যিয়ে ল'ৰালিৰ পৰাই মোক ওহি আনিছিল
মই কিয় নক'ম মোৰ তলপেটৰ তলৰ উত্তাপৰ

আত্মাবোৰৰ কথা যিয়ে বাৰে বাৰে আত্মাক লজ্জিত কৰিছিল।
মই কিয় নকৰ্ম সেইবোৰ অজস্ৰ ওঁঠৰ স্পন্দনৰ সেইবোৰ
অজস্ৰ
আঙুলিৰ ভাঁজৰ, সেইবোৰ
অজস্ত্ৰ স্তনৰ কথা যিবোৰ তিতি আছিল প্ৰেমত
আৰু সেই বিচিত্ৰ মুখবোৰৰ, যিবোৰে
মোৰ গানৰ ৰং সলনি কৰিছিল।
মই প্ৰাৰ্থনা কৰোঁ মোৰ দুৰ্দশাক
আৰু নিৰ্মমভাৱে ই আহক
আৰু নিৰ্মমভাৱে ই আহক
আৰু মই বিশাল হৈ যাওঁ। যেন জানিব পাৰোঁ
কিয় আমি সৌন্দৰ্যৰ বিষাদ প্ৰান্তৰত উঁচুপি নাথাকো
কিয় আমি সেইফালে যাওঁ য'ত কেৱল বন্ধন আৰু ভংগুৰতা

এই অৰ্থহীন মজিয়াৰ পৰা
মই কিয় মোক লৈ নাযাম স্বাধীনতাৰ বীভৎস আৰু
অমল আনন্দৰ কাষলৈ, মই কিয় বিলাস নকৰিম
মোৰ অস্থিৰতাৰে

ওঠৰ

ইমানৰ পিছতো ইমানৰ পিছতো
মই তেওঁৰ
প্ৰথম পুৰুষ। মই তেওঁৰ
শেষ পুৰুষ। শেষ পুৰুষ

আৰু তেওঁ মোৰ শেষ নাৰী শেষ নাৰী
যাক ভাল পাবলৈ আৰু দহগৰাকী নাৰীক ভাল পাবলগা হয়।
আৰু দহগৰাকী নাৰীৰ প্ৰেমৰ চোতাল পাৰ হৈ
আহিবলগা হয়।

## উনৈশ

তথাপি একেটা ঘৰত নকৰো বাস নকৰো
দুয়ো পাৰে
দুটা ঘৰ

কাহানিও শুব নোৱাৰো
দুজোপা ডালিম দুজোপা শেৱালি
নিম গছত দুটা কপৌ
ইজনৰ তেজেৰে
সিজন জী থকা দুখনি হৃদয়

হিৰণ্ময় সন্ধ্যাৰ তোৰণত
ইজনে-সিজনক দিছিল
আকাশ আৰু মাটি

কোনোবা এজনে চুৰ কৰি আনিছিল জুই
কোনোবা এজনে চুৰ কৰি আনিছিল
কাৰোবাৰ বুকুৰ পানী

কোনোবা এজনে খুজিছিল
জোনাকী পৰুৱাৰ কলিজা
আনজনে তৰাৰ বুকুত বিচাৰি ফুৰিছিল

## বিশ

দুয়ো দুয়োকো পুতি থয়
দুয়োৰে চকুত

চকুলোৰ স'তে দুয়ো
উভালি পৰে

দুয়ো দুয়োকে পুতি থয়

দুয়োৰে বুকুত
শীতল ছাঁৰ মাজত
দুয়ো মৰে

এইকেশ

সপোনৰ গধূলিত শিলৰ বুকুত শিলে পোখা মেলে
ইটো শিলে সিটো শিলক সাবটে
ইজনৰ শিলাময় হাতত কঁপি উঠে
সিজনৰ হাতৰ জলস্রোত

তথাপি একেটা ঘৰত বাস নকৰো
দুয়োপাৰে দুটা ঘৰ
মাজত প্ৰেমৰ দলং।

# ৮



গোপন সূর্বর সঙ্গে বাতি বাতি

মোৰ বাহিৰে মোৰ হাঁহি আনে নেহাঁহে। মোৰ বাহিৰে মোৰ চকুপানী আনে নোবোৱায়। মোৰ বাহিৰে মোৰ যন্ত্ৰণাত আৰ্তনাদ নকৰে আনে। মোৰ বাহিৰে মোৰ কথা আনে নকয়। শুদ্ধ-অশুদ্ধ সেয়ে মই যি কওঁ, সেইবোৰ মোৰেই ভাষা হোৱা উচিত। বা লিখিব নজনাকৈয়ে মই যি লিখোঁ, সেইবোৰ মোৰ লিখনিয়ে হোৱা উচিত।

মোৰ কবিতাবোৰত মগ্নেই জিলিকি উঠা মোৰ জীৱনেৰে— মই চুঁচৰি চুঁচৰি অহা কল্পনা আৰু বাস্তৱৰ পথত! মোৰ কবিতাবোৰতেই মোৰ জীৱনৰ উপন্যাস জীণ গৈ আছে। তাতেই মই ব্যক্ত আৰু অব্যক্তৰে বৰ্ণিত। মোৰ প্ৰকাশিত আৰু অপ্ৰকাশিত কিছু কবিতাৰ পুনৰ্লিখন আৰু নিৰ্মাণেৰে এই কাব্য উপন্যাস ঃ

১.

ৰাতি পুৱাবলৈ তেতিয়াও বাকী। কবিতাৰ কাতৰ শেতেলিত এটা ৰহস্যঘন ৰাতি। মানুহবোৰে চাগে' বিচাৰিছে দোকমোকালিৰ ৰঙা বেলি। কিন্তু মই খেলি আছোঁ আন এটা বেলিৰ স'তে—

মোৰ কৰঙনত এটা সূৰ্য উদয় হৈছে
মোৰ ছালৰ তলৰ পৰা উঠি আহিছে
টিকটিকিয়া ৰঙা
ঘূৰণীয়া তপত
সি এটা ফোঁহা

কিট্ কিট্‌কৈ কামুৰিছে মোক

মিঠা বিষৰ
স্পৰ্শ প্ৰিয় এটা সূৰ্য

অস্ত যাব সি
হালধীয়া হৈ

মই তাৰ নাম দিছোঁ
গোপন সূৰ্য

২.

মোৰ বাতিপুৱাৰ চাহকাপ দিনে দিনে তিতা হৈ আহিছে।
যি মোৰ টোপনিৰ ফাঁকে ফাঁকে সপোন বিচাৰি
সুহুৰিয়াই ফুৰিছিল। মোৰ টোপনি থপিয়াব খোজা
সেই চাহকাপ— যি মোক শোৱাপাটীৰ পৰা নমাই
আনে, তৎক্ষণাৎ বাথৰুমলৈ লৈ যায়— গামোচাৰে
বাতিৰ দাগ মচি আইনাত হঁহুৱায়, ধোঁৱাৰ ভাষাৰে
যি মোক 'সুপ্ৰভাত' বুলি কয়— সেই চাহকাপ
দিনে দিনে তিতা হৈ আহিছে মোৰ জিভাত

দুপৰীয়া আৰু ৰাতিৰ আহাৰতকৈ যি মোৰ প্ৰিয়,
যি নহ'লে জীৱন অচল হৈ যায়, ভৰি দাঙিব নোৱাৰো
মাটিৰ পৰা— পিন্ধিব নোৱাৰো চোলা ওলাই যাবলৈ
কলিং বেল কোনে টিপিছে চাবলৈ।

যি নহ'লে এখিৰিকী আকাশৰ বাহিৰে চাব নোৱাৰো
চৰাইৰ ডেউকাত কঁপি উঠা আকাশ আকাশ চিত্ৰকল্প
যি চাহকাপ মোৰ হাতত তুলি দিবলৈ গোটেই ৰাতি
উচপিচাই থাকে বেলি—
তিতা হৈ গৈছে তিতা হৈ গৈছে
বাতিপুৱাৰ সেই চাহকাপ

বাতৰি কাকতৰ পৃষ্ঠাত
নিৰ্মম হৈ উঠা বাতিপুৱাবোৰত
এতিয়া কেৱল অভ্যাসবশতঃ একাপ চাহ
ডিঙিৰে নামি যায়
মোৰ তেজক তিতা কৰিবলৈ

৩.

সেইদিনা আপুনি খুওৱা ব্ৰেকফাষ্ট সাধাৰণেই আছিল
এবাটি কৰ্ণফ্লেক্সৰ স'তে গাখীৰৰ জুলীয়া শুভ্ৰতা
এটা সিজোৱা কণীৰ শূন্যময়তা
আৰু জাহাজী কলৰ সেউজীয়া বাই-ভনী এহালিৰ
নাঙঠ দুৰ্ভাগ্য। তাৰ পিছত একাপ চাহ—
নিজে বনাই ল'বলগা— নিজৰ জোখেৰে চেনি
নিজৰ জোখেৰে গাখীৰ, সাধাৰণেই আছিল সেই ব্ৰেকফাষ্ট

ঘৰত আহি কোৱাত
মোৰ ছোৱালীজনীয়ে উচুপি উচুপি মাকক ক'লে
মা, ব্ৰেকফাষ্ট নুখুওৱাকৈ ক'ত পঠাইছিলা দেউতাক
চোৱা দেউতাই কি বিহ খাই আহিছে।

৪.

কিয় আপুনি মোক সেই বিহ খুৱাইছিল?
আপোনাৰ স'তে মোৰ সম্পৰ্কই বা আছিল কি?
পাহৰিব নোৱৰা সম্পৰ্ক অথচ পাহৰা উচিত, সেই সম্পৰ্ক
পবিত্ৰ পাপৰ। সেয়ে মই মাজে মাজে পাহৰি থাকোঁ
কোন আছিল আপুনি? কি নাম আছিল আপোনাৰ?
বহুতৰে নাম নন্দিনী
মই জনা নজনা বহু নাৰীৰ নাম।
মই জনা এজনী গাইৰ নামো নন্দিনী।
গিৰিশ কাৰ্নাডৰ 'গধূলি' চিনেমাতো বহু গাই আছিল
তাৰে এজনীৰ নাম আছিল নন্দিনী
আপোনাৰ নামো নন্দিনী নেকি?

মোৰ স্ত্ৰীৰ নামো নন্দিনী
মোৰ ছোৱালীৰ নামো নন্দিনী
সকলো নাৰীৰ নাম নন্দিনী
'হেমকোষ'ত নন্দিনী মানে পুত্ৰী
আপোনাৰ নাম কি আছিল
আপোনাৰ নাম কি আছিল?

পাহৰি গ'লো আপোনাৰ নাম
যেনেকৈ মানুহে পাহৰি যায় মূৰৰ বিষ
দাঁতৰ ব্যথা আৰু বহু দুখ— তেনেকৈ।
কিন্তু বৰ প্ৰয়োজন আছিল আপোনাৰ নামটো
কবিতাৰ বাবে নহয়
কেতিয়াবা উচ্চাৰণ কৰিবলৈ
কেতিয়াবা নিজে সুৰ কৰা গানত
গুণগুণাই গাঁথি দিবলৈ বৰ প্ৰয়োজন আছিল
আপোনাৰ নামটো

ডায়েৰীত আপোনাৰ নামটো লিখা নহ'ল
ইমান আপোন আছিল আপুনি এদিন।
এতিয়া আপোনাৰ কথা ভাবিবলৈ
আঁকি ল'বলগা হয় আপোনাক মনৰ মাজত
উচ্চাৰণ কৰিব নোৱাৰো আপোনাৰ
পাহৰি যোৱা নাম

কি আছিল কি আছিল আপোনাৰ নাম
নন্দিনী যদি নহয়
বন্দিনী?
আপুনি যি কৈছিল

সেয়াতো বন্দী জীৱনৰে কথা

কবিতা ভাল পায় আপুনি
লুকাই-চুৰকৈ পঢ়ে
কম ভলিউমত 'শব্দ-উৎসৱ' শুনে
গান গাব খোজে আপুনি চিয়ঁৰি চিয়ঁৰি
আৰু গে'ট খুলিলেই কোনোবাই
জপাই দিয়ে মুখৰ খিৰিকী
ভাত সাজি সদায় বৈ থাকে বহু ৰাতি
থৰক-বৰক থৰক-বৰক আপোনাৰ ৰাতিৰ পদূলি
বন্দিনী নহয় কি আপুনি বন্দিনী নহয় কি?

নন্দিনী?

৫.

আপুনি মোৰ বুকুলৈ একেথৰে চাই আছিল। আৰু মই আপোনাক সুধিছিলো 'কি চাইছে'? আপুনি কৈছিল— 'বুটাম'।

সেই বুটামটো হেৰাল

আপোনাৰ হাতত আছে নেকি
বুটামটো

আপুনি যে কৈছিল
মোৰ সকলো বস্তু
আপোনাৰেই

আপুনি কৈছিল
মই হেৰালেও
আপুনি মোক বিচাৰি উলিয়াব

মোৰ বুটামটো আছে নেকি
আপোনাৰ হাতত

দিয়ক সী দিয়ক চোলাত মোৰ
সেই পপীয়া তৰা।

৬.

মই মোক ক'তো এৰি থৈ অহা নাই। সকলোৱে ভাবিছিল মই মোক এৰি থৈ আহিছোঁ শিলবোৰৰ মাজত, জোনটোৱে জিৰণি লোৱা লঠঙা এজোপা গছত, তৰাবোৰৰ মৰাশত, ৰাতিৰ গলিত এটা ভনত!

মই মোক ক'তো হেৰুৱাই পেলোৱা নাই। মোৰ লগত মই মোক লৈ ফুৰিছোঁ। সকলোৱে ভাবিছিল মই মোক হেৰুৱাই পেলাম, কিম্বা পাহৰি যাম পানীত, জলকুঁৱৰীৰ গানত, নাৰীৰ মেঘ বৰণীয়া চুলিত, মানুহৰ হাঁহিৰ বাগিচাত

মোৰ ওঁঠে কাহানিও কাৰো ওঁঠৰ কুঁৱাৰ পৰা
পানী তোলা নাই। সকলোৱে ভাবিছিল
পিয়াহত মই চট্‌ফটাই ঘূৰি ফুৰিম
মদ খাই বাগৰি থাকিম ৰাজপথত
ওহোঁ! মই ৰাজপথত ভৰি দিয়া নাই
যিটো পথেৰে ক'লৈকো যাব নোৱাৰি, মই কিজানি
সেই পথেৰে গৈ আছোঁ। গৈ আছোঁ নে মই?
মই কিজানি বৈ আছোঁ
পথটো কিজানি গৈ আছে
যিটো পথেৰে ক'লৈকো যাব নোৱাৰি
বুকু ফুটা কৰি যিটো পথ ...

৭.

মই ঘৰত নাথাকো
সেয়েহে ঘৰ বান্ধিছোঁ
ঘৰৰ পৰা গুচি যাবলৈ
লাগে এটা ঘৰ

মই তৎক্ষণাৎ মৰি যাম
সেয়েহে মই ভীষণ জীয়া।
তোমাৰ চুলিৰ অৰণ্যত মই
বাস নকৰো
সেয়েহে তোমাৰ চুলিৰ বতাহত
মই উৰুৱাও চিলা
মই বৰষুণত তিতিম
সেয়েহে মোৰ ছাতি নাই
মই ৰ'দত ঘামিম
সেয়েহে গছৰ ছাঁত নবহো
মই ভোকত থাকিম
সেয়েহে ভাত বান্ধিছোঁ
মই পিয়াহত শুকাম
সেয়েহে পানী তুলিছোঁ।

ই কি! মই পানী তুলিছোঁ
কাৰ নাভিকুণ্ডত?

৮.

কিমান নাভিকুণ্ড দেখিছিলো। কিমান নাভিকুণ্ডৰ পাৰে পাৰে ঘূৰি ফুৰিছিলো। কিন্তু পানী তুলিছিলো কাৰ নাভিকুণ্ডত?

হে মোৰ হৃদয়ৰ ৰক্তকেশী নাৰী
কতবাৰ তোমাৰ সেওঁতাৰে নামি আহি
তোমাৰ ললাট ভূমিত জিৰণি ল'লে
মোৰ ৰণক্লান্ত অশ্ব
কতবাৰ ৰণাই আহিলো
তোমাৰ বক্ষৰ স্ফটিক শৃংগ
শুভ্র উদৰৰ হেলনীয়া সমতলত মূৰ থৈ
শুলো কতবাৰ

তোমাৰ নগ্ন নাভিকুণ্ডত
কতবাৰ তুলিলো পানী

পুৰণি তৰাৰ সঁচবোৰ বোকোচাত লৈ
মই এতিয়াও ঘূৰি ফুৰোঁ

জীৱনৰ প্ৰস্তৰ ভূমিত গজি উঠা তুমি কোন
বেদনাময়ী নাৰীৰ যৌৱন

কতবাৰ তুলি ল'লো তোমাক

৯.

সেই ৰক্তকেশী নাৰীক বিচাৰি মই ক'লৈ যোৱা নাই— ক'লৈ যোৱা নাই আন্ধাৰে আন্ধাৰে পোহৰে পোহৰে সেউজীয়াৰ মাজেৰে সৰাপাতৰ মৰ্মৰণিৰ ওপৰেৰে পানীৰে, মাটিৰে হৃদয়ৰ নিভৃত কোণত আঁকিছিলো তোমাকেই। তোমাকেই বিচাৰি উপস্থিত হৈছিলো বেদনাৰ নগৰত
বেদনাৰ নগৰলৈ
আহিছোঁ

বোবা শব্দবোৰ
মই নিবলৈ অহা নাই

চাবলৈ অহা নাই
নিঃসংগ দুৰ্ভগীয়া হৃদয়ৰ ভাস্কৰ্য

আছে যদি তোমাৰ
এপিয়লা শূন্যতা দিয়া মোক
তাহানিৰ গধূলি পিয়াহ

হে বেদনাৰ নগৰ
আছে যদি তোমাৰ
এপিয়লা শূন্যতা দিয়া মোক

১০.

এখন নিচাৰ হোটেলত অমিতাৰ টুকুৰাবোৰ মই আৰু তেওঁ চোবাইছিলো চেৰীফল। মই গিলাচত ঢালিছিলো তেওঁৰ চুমাৰ দৰে গভীৰ নিচা। বাহিৰৰ সময়ক বিচাৰিছিলো অনূৰ্বৰ হৈ পৰাটো, কেৱল মই হ'ব বিচাৰিছিলো তেওঁৰ প্ৰেমেৰে উৰ্বৰ। তেওঁৰ চুলিৰ গভীৰত বাট হেৰুওৱা নাছিলো। তেওঁৰ চকুৰ জিলিকনিয়ে মোক পোৰা নাছিল। সেই ৰাতি সপোনত অঘৰীবোৰ দেখিছিলো, যিবোৰ অতীতত বাস কৰিছিল আৰু নামিছিল মোৰ ভৱিষ্যতত। অমিতাৰ টুকুৰাবোৰ শেষ হৈছিল আৰু ৰঙা ৰঙা চেৰীবোৰো। টেবুলখনত নামিছিল মৌনতা। খালী বটলটোত যি বৈছিল সেয়া ঠিক অঘৰী এটাৰ ভাবনা।

ওহোঁ ওহোঁ ওহোঁ
নিচা খোৱা মোৰ মূৰত নিচা লগা নাই
নিচা লগা নাই মোৰ মূৰত নিচা লগা নাই
ওহোঁ আবোল-তাবোল মই বকা নাই
অ' মই ভাবি আছোঁ ভাবি আছোঁ সঁচাই
তোমাৰ কথাই তোমাৰ কথাই

ভাবি আছোঁ মোৰ নিজৰ সুৰেৰে নিজৰ সুৰেৰে
যেনেকৈ ভাবে এটা সুৰে মোৰ সুৰত সোমাই
তোমাৰ কথাই তোমাৰ কথাই
মোৰ সুৰৰ দৰে ভাবে যেনেকৈ এটা সুৰে
ঠিক তেনেকৈ তেনেকৈ তেনেকৈ

ওহোঁ ওহোঁ ওহোঁ
আবোল-তাবোল মই বকা নাই
নিচা খোৱা মোৰ সুৰত নিচা লগা নাই
নিচা লগা নাই নিচা লগা নাই
মোৰ সুৰত সোমাই আছে যিটো সুৰ
ঠিক মোৰ নিজৰ সুৰৰ নিচিনা সুৰ যিটো
নিচা লগা নাই নিচা লগা নাই তাৰ
(লগা হ'লে অলপ ভাল নাছিলনে?)

অ' তোমাৰ হাতত কি আছে কি আছে
চাওঁ চাওঁ দেখুওৱা মোক

অ' তোমাৰ হাতত কি নাই কি নাই
দেখুওৱা মোক দেখুওৱা মোক
চাওঁ চাওঁ আলমাৰী খোলা আলমাৰী খোলা
কি আছে চাওঁ কি আছে চাওঁ তোমাৰ বুকুত?

১১.

সাগৰে পুহি ৰাখে
টৌবোৰ

আন্ধাৰ নিবাই নিবাই মই পুহি ৰাখোঁ বুকুত
জোনাকৰ এখন সাগৰ

তৰাৰ কেইটামান বীজ
তুমি কি পুহি ৰাখা
বুকুত

চৰায়ে যিদৰে পুহি ৰাখে গানবোৰ
নিদ্ৰাই যিদৰে পুহি ৰাখে সপোনবোৰ
পানীয়ে যিদৰে মাছবোৰ
সেইদৰে তুমি কি পুহি ৰাখা বুকুত

কোন উপত্যকাৰ বতাহে আহি খেলা কৰেহি তোমাৰ চুলিত
কোন সমুদ্ৰৰ পৰা তুমি বুটলি অনা তোমাৰ শংখ স্তন?
সাগৰে যিদৰে পুহি ৰাখে ঢৌবোৰ
গৰ্জন আৰু নিমখবোৰ
মাছ আৰু ঘঁৰিয়ালবোৰ
নাও আৰু জাহাজবোৰ
তেনেদৰে তুমি কি পুহি ৰাখা
তোমাৰ বুকুৰ সাগৰত?

১২.

নন্দিনী নন্দিনী ইমান সময় আপোনাৰ কথাই ভাবি আছিলো। চাওক—মানুহে মানুহৰ বিষয়ে কেনেকৈ ভাবিব পাৰে। আপোনাৰ কথা ভাবিলে আপুনি মোৰ ভিতৰত 'আপুনি' হৈ নাথাকে। ৰহস্যৰ কাপোৰ গাত মেৰিয়াই আপুনি হৈ পৰে চিৰকাল 'তুমি'। অথচ আপুনি নাজানে আপুনি যে মোৰ ভিতৰত তুমি হৈ আছে মোৰ ভীষণ তৃষ্ণাৰ পাৰত।

এশাৰী লিখিব কওঁতে
আপুনি কেবাশাৰীও লিখিছিল
আৰু খামত নভৰোৱাকৈয়ে হাতে হাতে দিছিল
কিয় খাম সৰু হ'লহেঁতেন নেকি

নে আপুনি ভাবিছিল
আপোনাৰ জীয়া আখৰবোৰে
খামৰ ভিতৰত উশাহ নাপাই
কষ্ট পাব, চট্‌ফটাব?

এশাৰী লিখিব কওঁতে আপুনি কেবাশাৰীও লিখিছিল
তাৰ বাবে ধন্যবাদ।
ধন্যবাদ এইকাৰণে যে
তাৰ পৰাই মই নামি যাম প্ৰেমৰ বাটেৰে
আৰু প্ৰেমৰ বাট মানে কাঁইটৰ বাট
কাঁইট মানে গোলাপ নহয় গোলাপ নহয়
কাঁইট মানে বাস্তৱ।

আপুনি আকাশ
এদিন ওপৰত আছিল
আপোনালৈ হাত মেলিছিলো
আপুনি নামি আহিছিল
আকাশ আকাশ আপুনিয়েই আকাশ
তৰাবোৰ আপোনাৰ হাতৰ পৰাই ওলায়
জোন আপোনাৰ হাতৰ পৰাই ওলায়
ময়ো আকাশৰ বাসিন্দা
আপোনাৰ বুকুত কুছি-মুছি শুই থাকিব খোজোঁ
আপুনি নজনাকৈয়ে।

সঁচাই বহু কথা নাজানে আপুনি— কত মণি-মুকুতা আছে আপোনাৰ বুকুত। কত বৰষুণৰ গান, কত পোহৰৰ উৎসৱ। আপুনি কি জানিছিল ইমানবোৰ তৰাক? আপুনি কি জানিছিল পৃথিৱীৰ সকলো খিৰিকীত মুখ থ'ব খোজা ইমানবোৰ জোনক? আপুনি কি জানে— আপোনাৰ বুকুৰ নিভৃত কোঠাত শুই আছোঁ মই? জাগি আছোঁ মই?

এটা কথা ক'ম বুলি বহু কথা ক'লো
এতিয়াৰ কথাৰ পিছত যোগ হৈছে
আৰু বহু কথা
তৰপে তৰপে বাঢ়ি গৈছে কথাৰ পাহাৰ
বুকুত ওখ হৈ গুঁজৰি-গুমৰি উঠিছে কথাৰ পাহাৰ

এই কথাৰ পাহাৰৰ নামনিত এদিন আহি বহিবনে আঁউজি? বহিবনে? ভৰি মেলি দিব সেউজীয়াত— আৰু মই খহি যাম— গলি যাম— পাহাৰ ঢলি পৰিব আপোনাৰ গাত। কওক বহিবনে আঁউজি— বহিবনে আঁউজি মোৰ কথাৰ হেলনীয়াত? দিবনে আপোনাৰ আঙুলিকেইটা সেইদিনা লিৰিকি-বিদাৰি থাকিবলৈ— যিবোৰে লিখিছিল মোলৈ চিঠি তিনি পৃষ্ঠা?

মোৰ ওঁঠত ৰুবলৈ
সিহঁতক দিবনে এবাৰ?

এশাৰী লিখিব কওঁতে আপুনি কেবাশাৰীও লিখিছিল। আপোনাক ধন্যবাদ। নিজহাতে আপুনি চাহ বনাই খুৱাইছিল, আপোনাক ধন্যবাদ। এদিন গ্ৰীষ্মত কাৰেণ্ট নথকা কাৰণে আপুনি মোক বিচনীৰে বিচিছিল, আপোনাক ধন্যবাদ। ধন্যবাদ এইকাৰণেই যে গোটেই বাটতে আপুনি কাঁইট পুতি থৈছে। আৰু কাঁইটত ভৰি দি মই আহি আছোঁ। মোৰ ভৰিত তেজ দেখি আপুনি উচুপিছে— গম পালো আপোনাৰ চকুৰ গাঁতত পানী আছে। আপোনাক ধন্যবাদ যে কেতিয়াবা উকণ্ঠা উকণ্ঠা দিনত সেই পানীত যাতনাৰ শিলগুটি দলিয়াই সৰু সৰু ঢৌ চাব পাৰিম।

আপোনাক দিবলৈ অজস্ৰ 'ধন্যবাদ'
মোৰ ভিতৰত হাহাকাৰ কৰি থাকে।
এদিন স্পৰ্শৰ দিগন্তত
ধন্যবাদবোৰ যদি শেষ হয়, আৰু
গজালি মেলে দুখৰ অংকুৰে— সেইদিনা
গোটেই আবেলি আঁঠুত মুখ গুঁজি বহি থাকিব আপুনি

আৰু মই ওঁঠত চিগাৰেট জ্বলাই জ্বলাই
ধোঁৱাৰ এটা চিম্নী হ'ম
সেই ধোঁৱাৰে মই আকাশ আকাশ আপোনাক
ক'লা নকৰো ক'লা নকৰো ..

১৩.

মোৰ মুখলৈ একেথৰে কি চাই আছে? যন্ত্ৰণা ফুটি উঠিছে নেকি মোৰ মুখত কেনেবাকৈ? নে চাইছে অস্থিৰতাৰে আউলি-বাউলি হোৱা চুলি? শুনক শুনক কথাটো কওঁ :

মোৰ দাড়ি-চুলি কটাবলৈ দেওবাৰটো আহিছিল
কিন্তু চেলুনখন আছিল শূন্য
নাপিত নাছিল। আছিল কেৱল আইনা
আৰু আইনা হ'ল
পৃথিৱীৰ আটাইতকৈ জঘন্যতম বস্তু
ইমান জঘন্য ইমান জঘন্য যে
আইনালৈ পুতৌ হয়।
পুতৌ কৰিলে ক্ষমাও কৰিব লাগে
আৰু সেইবাবে আইনা বাচি আছে।
সেইবাবে এখন আইনা ভাঙিলে
আমি আন এখন আইনা কিনি আনো।
আইনা বজাৰৰ বস্তু
আইনাক কিনিব পাৰি
আইনাই কিন্তু মোক কিনিব নোৱাৰে
অৱশ্যে বেচিব পাৰে
আৰু ময়ে মোক কিনো আইনাৰ পৰা
এদিন আইনাই মোক বচাইছিল
মই মোক কাৰোবাৰ হাতত এৰি থৈ আহোঁতে

আইনাই মোক বুটলি আনি
মোৰ হাতত গতাই দিছিল মোক।
সেইদিনাৰ পৰা মই আৰু হেৰোৱা নাই।

আইনা নাথাকিলে আমি হেৰাই যাব পাৰোঁ
আইনা নহ'লে আমি থাকিব নোৱাৰো
দিনটোত অন্ততঃ এবাৰ হ'লেও
আমাক আইনা লাগে।
আইনা নাচালে
আমি আছোঁ নে নাই গমেই নাপাওঁ
আমি নাথাকিলেও কিন্তু আইনা থাকে
সেয়ে আইনালৈ সমীহো হয়।
সমীহ নকৰিলেও চলে, কিয়নো
আইনাৰ পৰা একো ভয় নাই
আইনাই একো মনত নাৰাখে
আইনা নির্বিকাৰ
আইনা স্মৃতিপৰায়ণ নহয়।
আৰু এই স্মৃতি— ই মানুহৰ বস্তু

বৰ বিপজ্জনক— কেৱল পিছলৈ টানে
কেৱল পিছলৈ টানে
নহ'লে বুদ্ধৰ দৰে এদিন মাজনিশা চাব পাৰিলোহেঁতেন
যশোধৰা আৰু ৰাহুলক এৰি থৈ
ওহোঁ! এই স্মৃতিয়েই মায়া
আৰু মায়া থাকিলে গুচি যাব নোৱাৰি
আৰু যাব নোৱাৰিলে ক'ত মুক্তি?
এৰিব নোৱাৰিলে ক'ত মুক্তি?
নাপাহৰিলে

ক'ত মুক্তি?

অ' পাহৰিছিলোৱেই
মোৰ দাড়ি-চুলি কটাবলৈ দেওবাৰটো আহিছিল
কিন্তু চেলুনখন আছিল শূন্য
নাপিত নাছিল
আছিল কেৱল আইনা
আৰু আইনাৰ বিষয়ে
ভাবি ভাবি কটাবলৈ
দেওবাৰটো আছিল বৰ চুটি।

১৪

সেয়ে মোৰ উচ্ছৃংখল চুলি। দাড়িত অস্থিৰতা সানি মোৰ কাতৰ মুখখনি। কিন্তু আপোনাক চাই থাকিবৰ বাবে উৰাউল উৰাউল। উৰাউল কেৱল ময়েই নহয়, ফাগুনো।

এই চহৰত আপুনি আছে বাবেই
ফাগুন আহে এই চহৰলৈ

আপোনাৰ আঁচলত ধৰিয়েই আপোনাৰ আঁচলত ধৰিয়েই আহে ফাগুন। আপোনাৰ আঁচলখন কঁপিছে নহয়নে? ফাগুন কঁপিছে নহয়নে? ফাগুন কঁপিছে, বতা বতা ফাগুন কঁপিছে আপোনাৰ আঁচলত।

কৃষ্ণচূড়াক দিবলৈ
আপোনাৰ ওঁঠৰ পৰা
লিপষ্টিকৰ ৰং চুৰ কৰে ফাগুনে
ফাগুনে চুৰ কৰে
আপোনাৰ নখৰ পৰা নেইলপলিচ।
এই চহৰক ধূলিৰ পোছাক পিন্ধাবলৈ
আপোনাৰ মেহেন্দি চুলিৰ পৰাই বতাহ নামে।

মানুহৰ চকী, মেজ আৰু আলমাৰীত
দুৱাৰ-খিৰিকী আৰু বাৰাণ্ডাৰ ধূলিবোৰত
ফাগুনে থৈ যায় আপোনাৰেই তেজাল অস্তিত্ব
যি ধূলিত নাম লিখিব পাৰি প্ৰেমেৰে প্ৰেমেৰে প্ৰেমেৰে।

এই চহৰত আপুনি আছে বাবেই
এজন কবি আছে এই চহৰত।
আৰু তেওঁ ধূলিত লিখে আপোনাৰ নাম।
আপোনাৰ খোজৰ তালে তালে
ফাগুন খট্‌খটিয়েদি উঠি যায়
আপোনাৰ বিউটি পাৰ্লাৰত ফাগুনে চায় আচী।
আপোনাৰ অকৃত্ৰিম হৃদয়ৰ চৌপাশে
আপোনাৰ বুকুৰ সুগন্ধি বাগিচাত
ফাগুন ফুলি উঠে টিকটিকিয়া ৰঙা।
আপোনাৰ ৰিঙা ৰিঙা ভাবনাৰে
আপোনাৰ আউলি-বাউলি চেতনাৰে
শিমলু তুলাবোৰ এই চহৰত উৰি ফুৰে
জকমকীয়া দুপৰীয়াবোৰত উৰি ফুৰে
মানুহৰ দুৱাৰে-খিৰিকীয়ে
এই চহৰত আপুনি আছে বাবেই
ফাগুন আছে এই চহৰলৈ

আপুনি নথকাহেঁতেন এই চহৰত ফাগুন উৰি গ'লহেঁতেন এই চহৰ এৰি অন্য চহৰলৈ। আপুনি নথকাহেঁতেন এই চহৰত— আপুনি নথকাহেঁতেন এই চহৰত— এজন কবি গুচি গ'লহেঁতেন এই চহৰ এৰি অন্য চহৰলৈ—

১৫.

ৰাতি পুৱাইছে। কিন্তু পোহৰৰ প্ৰতি মোৰ ভ্ৰূক্ষেপ নাই। মই খেলি

আছোঁ এটা গোপন সূৰ্যৰ স'তে। মোৰ কৰঙনত যি উদয় হৈছে। মিঠা বিষৰ এটা সূৰ্য ...। মই বিচাৰিছোঁ মোৰ কোঠালিত মোৰ ভিতৰে-বাহিৰে ভৰি পৰক দীঘল দীঘল আন্ধাৰ ৰাতি ঃ

মৱেই বৰ্ণনা কৰোঁ সেই ৰাতিৰ দুবাহুৰ সৌন্দৰ্য
আৰু তাত খোদিত তৃষ্ণাৰ। নামনিৰ চুকটোত
থোকাথুকি মাতেৰে ৰাতিয়ে এই কথা কয়
প্ৰতিস্পৰ্শকামী মোক।
আৰু কেৱল মোৰ বাবে এই ৰাতিয়ে
হত্যা কৰে পেটৰ সেউজীয়া

কিয়নো, পোহৰক ঘিণ কৰিবলৈ
আন কোনো সংগী নাই সেই ৰাতিৰ মোৰ বাহিৰে।